# বাণ ৰজা।

( পৌৰাণিক নাটক )

———— ❊ ————

সাহিত্যিক পেঞ্চনাৰ,

ৰায় ৺পদ্মনাথ গোহাঞি বৰুৱা বাহাদুৰ,

এম, আৰ, এ, এচ, ( লণ্ডন )

ৰচিত।

--০ঃ০—




৩য় তাঙৰণ।

১৯৫১।

স্বত্বাধিকাৰী—

শ্ৰীযুত হৰকৃষ্ণ গোহাঞি বৰুৱাৰ

অনুমতিক্ৰমে

বি, আৰ, কলিতা এণ্ড কোম্পানীৰ দ্বাৰায় প্ৰকাশিত।

বেচ—২৲ দুটকা মাথোন।

# উছৰ্গা ।

মোৰ
দ্বিতীয়া প্ৰিয়তমা সহধৰ্ম্মিনী,
বাণ-ৰাজ্যৰ জীয়াৰী,
শ্ৰীমতী হীৰাৱতী দেৱীৰ
খোপাত
ইধাৰি
সহধৰ্ম্মীৰ সযতনে ৰচিত
ফুলৰ চাকি ।

গ্ৰন্থকাৰ ।

# পাতনি।

ইং ১৮৯৭ চনৰপৰা ১৯১৪ চনলৈকে ১৭ বছৰ মই একেৰাহে "তেজপুৰ অসমীয়া ভাষাৰ উন্নতিসাধনী সভা"ৰ সম্পাদক থকাৰ কালতে সভাৰ বৰ্ত্তমান "নামঘৰ" সজোৱা হয়।' তাৰ লগে-লগেই, ১৯০১ খ্ৰীষ্টাব্দৰপৰা প্ৰথম সাত বছৰ "বাণ-ষ্টেজ"ৰ সম্পাদকৰ বিষয়-বাবো মোৰ গাত থাকোতেই, "বাণ-ষ্টেজ" নামকৰণ হোৱাৰ সময়ত, সেই নাম অনুযায়ী কাম হোৱাৰ উদ্দেশে তাত অভিনয় কৰিবলৈ বুলি, "বাণ-ৰজা" নামে নাটক এখন ৰচনা কৰি দিয়াৰ ভাৰ সভাৰ দুজন সভ্যৰ গাত যুটীয়াকৈ ন্যস্ত হয়। সেই সাঙ্গিভাৰখনৰ কানমাৰিৰ এমূৰে মই, আনমূৰে মোৰ সমনীয়া সাহিত্যিক বন্ধু ৺হেমচন্দ্ৰ গোস্বামী। পিচে, সেই নাটমন্দিৰত, আৰম্ভণৰ কালত, অভিনয় কৰিবৰ উপযুক্ত অসমীয়া নাটকৰ অভাব গুচাবৰ উদ্দেশ্যে মই সুকীয়াকৈ খনচেৰেক মৌলিক নাটক ৰচনা কৰাত লাগি থাকিব লগীয়া হোৱাত, সভাৰ অনুমোদিত নামৰ নাটকখন ৰচনা কৰাৰ যুটীয়া বাবটো ৺গোসাইদেৱক সুকীয়াকৈ এৰি দি, মই আজৰি উলিয়াই ললো। তেতিয়াৰেপৰা ভালেমান বছৰ তেওঁ ৰাজকৰ্ম্মচাৰীৰ কৰ্ত্তব্য পালনত আৰু প্ৰত্নতাত্ত্বিক চৰ্চ্চাত মগ্ন থকা হেতুকে আমাৰ যুটীয়া সংকল্পটি কাৰ্য্যত পৰিণত কৰি উঠিব পৰা নাছিল। তেওঁৰ জীৱন-কালৰ শেহছোৱাত, মই মনত পেলাই দিয়াত, সেই অৰ্থে তেওঁ মানে-মনে সৃষ্টম হৈছিল বুলি মই গম পাওঁ। কিন্তু, আমাৰ দুৰ্ভাগ্যক্ৰমে, আমাক আথাউনি শোকসাগৰত বুৰাই থৈ, মোৰ প্ৰিয়তম বন্ধুৱে অকালত পৰলোকলৈ গতি কৰিলে! সেই অকাল-বিয়োগত অসমৰ যি পূৰাব-নোৱাৰা ক্ষতি হল, তাৰ বাবে শোক প্ৰকাশ কৰিবলৈ বুলি, "বাণ-ষ্টেজ"ত মোৰ সভাপতিত্বত, যি শোকসভা বহিছিল, তাতে মই, আবেগৰ বেগত, উল্লিখিত যুটীয়া বাব সুকীয়াকৈ লবলৈ মোৰ প্ৰতিশ্ৰুতি প্ৰকাশ কৰোঁ। কিন্তু সিমানতো 'কিন্তু'ৱে আমাক নেৰিলে!— সেই অসহনীয় সন্তাপ পোৱাৰ অলপ পাচতে, ওপৰাউপৰিকৈ কেইবাটাও

আপদে পাই মোকো মোৰ স্বৰ্গীয় বন্ধুৰ পিচ-লগোৱাৰ চিন্ দেখুৱালে। তাতে আকৌ, মোৰ প্ৰণীত "শ্ৰীকৃষ্ণ" পোহৰলৈ উলিওৱা কাৰ্য্যৰ ভৰত মই আন ফাললৈ মূৰ দাঙ্গিব নোৱাৰাত পৰিলোঁ। ইত্যাদি অপৰিহাৰ্য্য কাৰণত, "বাণ-ৰজা" ৰচিত হোৱাত অতিপাত পলম হোৱা দেখি, মই গা টঙ্গাই উঠিবলৈ নৌপাওঁতেই, ঢোতে থৰ মাৰি, সেই প্ৰতিশ্ৰুতি পালন কৰিবলৈ মৰসাহ দি ওলালোঁ। পিচে, কিমানলৈ কৃতকাৰ্য্য হব পাৰিছোঁ, কব নোৱাৰিছোঁ এথোন।

"বাণ-ৰজা" মোৰ প্ৰণীত "শ্ৰীকৃষ্ণ" গ্ৰন্থৰ এটি ঠেঙ্গুলি মাথোন। ভগবান শ্ৰীকৃষ্ণৰ জীৱন-চৰিতৰ অন্ত্যলীলা খণ্ডৰ বুকতে বাণ-চৰিতৰ মূলভেঁটি অঙ্কিত হৈ আছিল; তাকে চমুকৈ নাটকৰ প্ৰকৰণলৈ অনা হৈছে। একেখন "বাণ-ৰজা" ঘাইনাটকতে তিনিখন পালিনাটকৰ সমল নিহিত হৈ আছে। সেই সমলেৰে ৰচোঁ বুলিলে, "কুমাৰহৰণ," "উষাহৰণ" আৰু "হৰিহৰ-যুদ্ধ" স্বকীয়া-স্বকীয়াকৈ ৰচিব পাৰি; ছেগ পাওঁ যদি, পাচে-পৰে চোৱা যাব।

"বাণ-ৰজা" নাটকত অসমীয়া মৌলিকত্ব পাৰ্য্যমানে প্ৰচুৰ কৰাৰ উদ্দেশ্যে ইয়াৰ সঙ্গীতমূলক অংশত আধুনিক বঙলুৱা ঠাচৰ গানতকৈ পৌৰাণিক গটৰ নাম-গীত আদি সৰহীয়াকৈ সমাবেশ কৰা গৈছে। নবীন লেখক-পাঠকলৈ ৰুচিকৰ হৈছে নে নাই, কব নোৱাৰিছোঁ এথোন। ইতি—

তেজপুৰ, অসম।
কাতি-পূৰ্ণিমা, ১৮৫৪ শক | শ্ৰীপদ্মনাথ গোহাঞি বৰুৱা।

## ২য় তাঙ্গৰণৰ পাতনি।

প্ৰথম তাঙ্গৰণৰ কিতাপ কেতিয়াবাই ঢুকাল যদিও, নানান অসুবিধাৰ কাৰণে কিতাপখনি ছপাবলৈ দিওতে পলম হল। সেই বাবে ৰাইজৰ ওচৰত ক্ষমা বিচাৰিছোঁ। গৌহাটী বিশ্ববিদ্যালয়ে আই, এ শ্ৰেণীৰ পাঠ্যলিষ্টত পুথিখনক ঠাই দিয়া বাবে গৌহাটী বিশ্ববিদ্যালয়ৰ কতৃপক্ষক আমাৰ আন্তৰিক ধন্যবাদ জনালোঁ। ইতি—

তেজপুৰ
১০।৫।৪৯ | শ্ৰীহৰকৃষ্ণ গোহাঞি বৰুৱা।

# ভাওবিলাক।

## মতা।

হৰ ... ... কৈলাসপতি সদাশিৱ।
বাণ ... ... শোণিতপুৰৰ ৰজা।
কুম্ভাণ্ড ... ... বাণ ৰজাৰ মন্ত্ৰী।
জ্বৰ ... ... বাণ ৰজাৰ ঘাই সেনাপতি।
ৰৌদ্ৰ ... ... বাণ ৰজাৰ তুৰলীয়া সেনাপতি।
মহাভৈৰৱৰ তাপস ... ... মহাভৈৰৱৰ মন্দিৰৰ অধ্যক্ষ সাধক।
শ্ৰীকৃষ্ণ ... ... দ্বাৰকেশ্বৰ বাসুদেৱ।
বলৰাম ... ... শ্ৰীকৃষ্ণাগ্ৰজ।
প্ৰদ্যুম্ন ... ... শ্ৰীকৃষ্ণৰ বৰপুত্ৰ।
অনিৰুদ্ধ ... ... প্ৰদ্যুম্নৰ বৰপুত্ৰ।
সাত্যকি ... ... শ্ৰীকৃষ্ণৰ সেনাপতি।
সুপৰ্ণ ... ... শ্ৰীকৃষ্ণৰ আগৰণুৱা।
অনাধৃষ্টি ... ... যাদৱবাহিনীৰ সেনানায়ক।
যুধিষ্ঠিৰ ... ... প্ৰথম পাণ্ডৱ।
ভীম ... ... দ্বিতীয় পাণ্ডৱ।
অৰ্জ্জুন ... ... তৃতীয় পাণ্ডৱ।
নকুল ... ... চতুৰ্থ পাণ্ডৱ।
সহদেৱ ... ... পঞ্চম পাণ্ডৱ।
নাৰদ ... ... দেৱৰ্ষি।

ভৈৰৱগণ, দুজন দূত, দুজন পলৰীয়া সেনা, দুৱৰী, প্ৰহৰী, চোৰাং-চোৰা, যাদৱ সেনাগণ, দানৱ সেনাগণ, ইত্যাদি।

## তিৰোতা।

| | | |
|---|---|---|
| গৌৰী | ... ... | শিৱসোহাগিনী দেবী পাৰ্ব্বতী। |
| ৰুক্মিণীদেবী | ... ... | শ্ৰীকৃষ্ণৰ প্ৰথমা সহধৰ্ম্মিনী। |
| উষা দেবী | ... ... | বাণ ৰজাৰ জীয়াৰী। |
| চিত্ৰলেখা | ... ... | উষাদেবীৰ সখী। |
| প্ৰজ্ঞা | ... ... | কুম্ভাণ্ড মন্ত্ৰীৰ জীয়াৰী। |
| দ্ৰৌপদী দেবী | ... ... | পাণ্ডৱ পটেশ্বৰী। |

ভৈৰবীগণ, সখীসকল, অপেস্বৰা, গায়িকা, লিগিৰী নাচনী, ইত্যাদি।

---

# বাণ ৰজা ।

(পৌৰাণিক নাটক)

—:০:—

## আভাস ।

(মহাভৈৰৱ তাপসৰ প্ৰৱেশ)

ভজন ।

ঝিঁঝিট খাম্বাজ—একতালা ।

হৰ হৰ শঙ্কৰ শিৱ মহেশ্বৰ ।
দেৱ-দেৱ-মহাদেৱ হৰ-বিশ্বেশ্বৰ ॥ (হে)
পতিত-পাৱন প্ৰভু,
প্ৰলয়-কাৰণ বিভু,
সৃষ্টি শোধনৰ হেতু ;—মহিমা অপাৰ ॥ (হে)
আশুতোষ সদাশিৱ,
ত্ৰাণ হেতু জগজীৱ,
নিখিল ব্ৰহ্মাণ্ড স্বামী বিশ্বধৰাধৰ ॥ (হে)
ব্ৰহ্মা-বিষ্ণু ৰুদ্ৰেশ্বৰ,
সৃষ্টি-স্থিতি প্ৰলয়ৰ,
নিদান কাৰণ তিনি বিশ্বখনিকৰ ।
যুগে যুগে অৱতাৰ যুগ্ম হৰিহৰ ॥ (হে) (প্ৰস্থান)

———

# ১ । অঙ্ক

—:০:—

## প্ৰথম গৰ্ভাঙ্ক ।

কৈলাসশিখৰ,—সদাশিৱ-কুটীৰ ।

( হৰ-গৌৰী ; দুপাশে নন্দী-ভৃঙ্গী । )

নন্দী-ভৃঙ্গীৰ নৃত্যগীত ।

খাম্বাজ মিশ্ৰ – খেম্‌টা ।

ভৱশঙ্কৰ ব্যোবম্ ব্যোম্ ভোলা । [হে]
ভৱ শঙ্কৰ ব্যোম্ ব্যোম্ ভোলা ॥
নন্দী-ভৃঙ্গী আমি দুই, হাহোঁ নাচোঁ চোৱাচুই,
মহেশ্বৰ মহোল্লাস, কাষেঁ গিৰিবালা । [হে]
ভৱশঙ্কৰ ব্যোম্ ব্যোম্ ভোলা ॥
ভূতনাথ ভয়হাৰী, শূলপাণি বনচাৰী,
বাঘছাল পৰিধান, কণ্ঠত মুণ্ডমালা । [হে]
ভৱশঙ্কৰ ব্যোম্ ব্যোম্ ভোলা ॥

[ নীৰৱ ]

হৰ ।—[ আঁখি উন্মিলিত ] ধ্যাণ ৰজা
তপস্যাত পূৰ্ণকাম আজি । [ চিন্তাযুত ]

গৌৰী ।—কঁপি উঠে ঘনে-ঘন
বাওঁ আঁখি মোৰ, কি কাৰণে প্ৰাণনাথ ?

ৰক্ত - বিজ্ঞান
উক্তি - যুক্তি
বিশেষণে - অবিশেষ



হৰ।—[ খল্‌খলাই হাঁহি ] হৰ বহু লাভ!

গৌৰী।—কিবা লাভ হব নাথ?

হৰ।—হব পুত্ৰ লাভ।

গৌৰী।—প্ৰাপ্য পুত্ৰলাভ মোৰ
বাকী নাইচোন?

হৰ।—আছে বাকী; হব সৃষ্টি,
দেখিবা সত্বৰে।

গৌৰী।—সৃষ্টিৰ গৰাকী, নাথ,
নোহোৱা যে তুমি?

হৰ।—নহওঁ গৰাকী;
ভাঙ্গিব পাতিব পাৰোঁ।
সংহাৰিছোঁ কত সৃষ্টি, ৰুদ্ৰৰূপ ধৰি,
পাতিছোঁ কতলা আৰু বৰদান কৰি,
জানা তুমি; অবিদিত নহয় তোমাৰ।

গৌৰী।—কাক নো পাতিবা আৰু
কোৱা, এইবাৰ? কোন্ হব প্ৰিয়পুত্ৰ
আমাসাৰ ভেওঁ?

হৰ।—মহাসুৰ জানা তেওঁ
বলিৰ নন্দন; বাণাসুৰ নৰপতি,
হৰভক্ত প্ৰাণ! তুষ্ট মই তপস্যাত তাৰ।
সাধনাৰ অন্তদিন আজি। বলা, দেবি!
দিওঁগৈ প্ৰাপ্য বৰদান।

গৌৰী।—কি বৰ মাগিব জানো?

হৰ।—পুত্ৰত্ব তোমাৰ।

গৌৰী—পুত্ৰত্ব আমাৰ।
আচৰিত কথাচোন ?

হৰ।— নোহে আচৰিত। ভাঙি কওঁ, শুনা দেৱি !
প্ৰিয়পুত্ৰ কাৰ্ত্তিকেয় থাকোতে এদিন
ক্ৰীড়াশীল হই, দেখি বিমোহিত হল
বিৰোচন-নাতি সেই বলিৰ নন্দন।
কুমাৰৰ বলবীৰ্য্য, দেহৰ মাধুৰ্য্য,
লাভৰ হেঁপাহে সিটে বাঞ্ছিলে বিস্তৰ ;
অন্তত ধৰিলে ভক্তে কঠোৰ তপস্যা।
পৰিতুষ্ট হলোঁ মই তাৰ ভকতিত ;
দিম আজি বৰ তাক, অযাচিতে গই।
বলা যাওঁ, আছে য'ত সেই ভক্তজন।

[গাত্ৰোত্থান]

গৌৰী।—[হৰৰ লগতে উঠি] নাপাওঁ উৰাধি ;
অপাৰ মহিমা তৱ !

[হৰ-গৌৰী কৈলাসশিখৰৰপৰা নামি ধীৰে ধীৰে শোণিতপুৰ অভিমুখে ব্যোমগামী হয় ; পিচে-পিচে নন্দী-ভৃঙ্গীয়ে ডম্বৰু বজাই নাচি-নাচি যায়। ]

[ প্ৰস্থান ]

## দ্বিতীয় গৰ্ভাঙ্ক।

মহাভৈৰৱ মন্দিৰ—ধ্যানমগ্ন বাণাসুৰ।

[ হৰ-গৌৰীৰ প্ৰৱেশ ]

হৰ।— চোৱাঁ, দেবি !
এবেঁ সেই ভকত সাধক।

গৌৰী।— অহ ! দেখি মোৰ, অযাচিত
লাগে বেথা। উথলিছে অন্তৰত অপত্য চেনেহ !

হৰ।— [ বাণৰ প্ৰতি ] সাধনাৰ পূৰ্ণকাম হইছে তোমাৰ।
কি বৰ মাগিবাঁ তুমি, কোৱাঁ মহাসুৰ !

বাণ।—[ আখি উন্মিলিত ; সাষ্টাঙ্গে প্ৰণিপাত ; কৰযোৰকৈ আঁঠুলৈ ] কি ভাগ্য মোৰ ! প্ৰভো, দিলা দৰিষণ ! হে ত্ৰিলোচন ! এই অধমৰ তপস্যাত তুষ্ট হৈ যেন দেবীৰ পুত্ৰত্ব প্ৰদান কৰে, এয়ে মোৰ হাবিয়াস.— এয়ে মোৰ সাধনাৰ লক্ষ্য।

হৰ।—তথাস্তু। [ গৌৰীৰ প্ৰতি ] দেবি ! তুমি মোৰ এই ভক্ত শিয্যক পুত্ৰৰূপে গ্ৰহণ কৰাঁ ; ই আমাৰ দ্বিতীয় পুত্ৰ কাৰ্ত্তিকেয়ৰ কনিষ্ঠৰূপে পৰিগণিত হল। যি থানত পূৰ্ব্বতে মহাসেন অগ্নিজাত ৰুধিৰত উত্থিত হৈছিল, সেই থানতে এওঁৰ মহাপুৰ হব। সেই পুৰোত্তম পৰন্তে শোণিতপুৰ নামে খ্যাত হব। এওঁ সততে শ্ৰীমান্ কাৰ্ত্তিকেয় আৰু মোৰ দ্বাৰাই ৰক্ষিত হব। পৃথিবীত এওঁ দুৰ্জ্জয় দানৱৰাজৰূপে জিলিকিব। স্বয়ং শ্ৰীহৰি আৰু মোত বাজে ত্ৰিভুবনত এওঁক জিনোঁতা নোলাব। সেই উদ্দেশ্যে আজি মই এওঁত সহস্ৰভুজ পৰিমিত বীৰত্ব প্ৰয়োগ কৰিলোঁ। আজি হস্তে এওঁ মোৰ প্ৰদত্ত সহস্ৰাস্ত্ৰ-বলৰ অধিকাৰী হল।

বাণ।—[ দেবীৰ প্ৰতি ] হে মাতৃ ! গ্ৰহণ কৰোক পুত্ৰৰূপে এই অধমক। হওঁ যেন কাৰ্ত্তিকেয়-অনুজ এই পুত্ৰ।

গৌৰী।—তথাস্তু।

বাণ।—[ হৰৰ প্ৰতি ] হে প্ৰভো! দ্বিতীয় বৰদানত প্ৰভুদত্ত অসীম বলপৰিমিত মই সমৰলাভ বাঞ্ছা কৰোঁ। সেই ৰণলাভৰ বঞ্চিত হৈ জীৱনধাৰণ কৰিবলৈ মোৰ হাবিয়াষ নাই ; আৰু তেনেহেন মহাৰণত নিয়োগ কৰিবলৈ নাপালে, সহস্ৰভুজপৰিমিত বললাভৰ মোৰ প্ৰয়োজন নাই। এতেকে, হে ভূতনাথ। হে ৰুদ্ৰেশ্বৰ! প্ৰথম বৰলাভ অনুযায়ী মহাৰণ যেন অনতিপলমে লাভ হয়, এই মোৰ প্ৰাৰ্থনা। ইয়াৰ এটা সু-সমিধান নাপাওঁমানে মোৰ তপস্যা অন্ত নহব।

হৰ।—[পুতৌ-হাঁহি মাৰি, এপাট ত্ৰিশূলধ্বজ প্ৰদান কৰি ] হেৰা, দানৱ-ৰাজ বাণ! তোমাৰ ধৰ্ম্মাগ্ৰজ শ্ৰীমান্ কাৰ্ত্তিকেয়ই তোমাক যি ময়ূৰধ্বজ দান কৰিছিল, যি ধ্বজ তোমাৰ ৰাজভৱনৰ চূড়াত প্ৰোথিত আছে, সেই কীৰ্ত্তিধ্বজ যিদিনা চূড়াচ্যুত হৈ ভূমিত পতিত হবহি, সেই দিন ধৰি তোমাৰ বাঞ্ছিত মহাৰণৰ আগন্তুক মিলিব। সেই অলৌকিক ৰণ তোমাৰ অনুপমা কন্যা উষা নাম্নী কুমাৰীৰ জৰীয়তে সংঘটিত হব। সেই কন্যাক তোমাৰ নিজ নগৰৰপৰা সুদূৰত কন্যাপুৰ নামে এখন নতুন নগৰত সুৰক্ষিতকৈ স্থিতি কৰাবা।

[ হৰ-গৌৰীৰ অন্তৰ্দ্ধান ]

বাণ।—[ হৰ্ষবিহ্বল হৈ ] অহ! ভাগ্যধৰ আজি মই! ভাগ্যে মোৰ বৰলাভ অথলে নগল। ভাগ্যক্ৰমে মোৰ দেবদত্ত সহস্ৰাস্ত্ৰপৰিমিত বাহুবল অপাত্ৰত নিয়োজিত নহল। ধন্য মই! ধন্য মোৰ অনুপমা কন্যা! ধন্য মোৰ কঠোৰ তপস্যা! পূৰ্ণ হব বাঞ্ছা মোৰ। যাওঁ, নকৰোঁ পলম ; অগন্তুক মহাৰণৰ উদ্দেশ্যে সন্টম হওঁগৈ। [ উলাহিত হৈ সবেগে প্ৰস্থান ]

## তৃতীয় গৰ্ভাঙ্ক ।

ভৈৰবীকুণ্ড—গন্ধৰ্ব্ববিহাৰভূমি ।

[অপ্সৰাগণৰ নৃত্যকেলি ; সখীপৰিবৃতা উষা ;
গন্ধৰ্ব্ব অপ্সৰাগণ যোৰা-যোৰা হৈ নাচি-নাচি অন্তৰ্হিত ।]

উষা ।—[ উচাতন ] অকস্মাৎ কিয়
হওঁ এনুৰা অধীৰা ! ৰোমাঞ্চিত হিয়া
উঠিছে উথলি ; বই পৰে প্যাৰ ভাঙ্গি
ব্ৰহ্মচৰ্য্য ব্ৰত মোৰ !

চিত্ৰলেখা ।—কিবা হল সখি !
কিহে কৰে এনে উচাতন ?

উষা ।—নাজানোঁ, নুবুজোঁ হায় !
হিয়াভেদী এটি ৰাগে, অযাচিতে উঠি,
ব্ৰহ্মচৰ্য্য ব্ৰত মোৰ কৰে চূৰ্ণীকৃত !—
নাপাওঁ তৰণি ।

প্ৰজ্ঞা ।—জানিছোঁ, বুজিছোঁ আমি ।

উষা ।—কিবা জানা সখি ?

প্ৰজ্ঞা ।—জানা যিবা, জানা তুমি ;
গমি চোৱাঁ আপোনাতে প্ৰকৃতিস্থ হই ।
ৰতিমতি এবে তুমি, মদনপীড়িতা !—
প্ৰেমপ্ৰবাহিনী ।

উষা ।—নুবুজোঁ, কি কোৱাঁ তুমি !
—কি ঘোৰ সমস্যা !

চিত্ৰলেখা ।—নহবা অধীৰা ।
ৰিজুলীৰ চমকনি মেঘৰ বুকুত
উঠি পুনু মাৰ যায়,—নৰয় জিৰাই ।
তোমাৰো সি মনোগতি, মনতে মৰহি,
মনে মনে যাব মাৰ ।

উষা ।—মিছা ! নবজে ৰিজনি !
নোহে সাধাৰণ এই ব্যক্তিগত ব্যথা ।
এনুৱা দুৰ্ব্বলা কিয় হওঁ আচম্বিতে,
জানি-বুজি মোৰ ব্ৰহ্মচৰ্য্য মনোবান্ধ !
ছিঙে যদি বান্ধ দৈব দুৰ্ব্বিপাকে,
ছিগিব জীৱন বান্ধ,—যাব উৰি প্ৰাণ
এটি দেহাসজা !

চিত্ৰলেখা ।—ছিগিব সঁচাকৈ,
ছিগে যদি মনোবান্ধ । কিন্তু, সি নিছিগে
বুজিবা ধুৰুপ, সখি ! সাক্ষী কৰি যাক
ধৰিছাঁ ব্ৰত, তত্ত্ব, ৰাখিব নিশ্চয়
সেই ভৈৰৱী দেবীয়ে ।

উষা ।—ধুৰুপ, ধৰিছাঁ সখি !—
ৰাখিব দেবীয়ে । যাওঁ মই, বহোঁগই
ঘোৰ তপস্যাত । [ উত্ৰাৱল হৈ প্ৰস্থান ; পিচে পিচে
প্ৰজ্ঞা আৰু চিত্ৰলেখাৰ সবেগে প্ৰস্থান ]

---

## চতুৰ্থ গৰ্ভাঙ্ক ।

বাণপুৰ,—ধ্বজগৃহ ।

বাণৰজা ।—( অকলে ) অহ ! কিযে ভাগ্য মোৰ ! মিলিব মোৰ মনোমত ৰণ ! কিন্তু, কাৰে সৈতে, কিবা ৰণ, মিলিব কেতিয়া ?—ইমানেই জানিবৰ আছে মাথো বাকী। মোৰসম ভাগ্যবান বাস্তৱতে নাই পৃথিৱীত। ক্ষমতাতো নাই কোনো মোৰ সমতুল। বলীৰ লেখত তৃতীয়ত স্থান মোৰ :—প্ৰথমত, দেৱদেৱ মহাদেৱ ধৰ্ম্মপিতৃ মোৰ ; দ্বিতীয়ত, মোৰ ধৰ্ম্মাগ্ৰজ কাৰ্ত্তিকেয় সুৰসেনাপতি। আজি মই ত্ৰিভুবনপতি। ইচ্ছামাত্ৰে আজি মই স্বৰ্গক মৰ্ত্ত্যত, আৰু মৰ্ত্ত্যক পাতালত পৰিণত কৰিব পাৰোঁ। মোৰ নামত আজি দেৱতা, দানৱ, কিন্নৰ, উৰগ, যক্ষ, ৰাক্ষস, গন্ধৰ্ব্ব, অসুৰ, দৈত্য, নৰ আৰু অপৰাপৰ ভোগিবংশজাতগণ ত্ৰস্তমান! মোৰ ভয়ত আজি অদিতিনন্দনগণ পলায়মান! স্বৰূপত, আজি জগতখনেই মোৰ বশ ; বাকী মাথোঁ মোৰ আজন্ম অৰি বিষ্ণু। ইবাৰ তেওঁৰো পতন নিশ্চয়। মোৰ ধৰ্ম্মপিতৃ হৰ মহেশ্বৰ সৃষ্টিসংহাৰক প্ৰলয়কৰ্ত্তা। সেই হৰদত্ত যি অপূৰ্ব্ব বল মোৰ লাভ হৈছে যি বৰৰ প্ৰভাৱত আজি মই সহস্ৰভুজ নামে অভিহিত, যি ভুজবলৰ প্ৰতাপত আজি ত্ৰিভুবন কম্পমান, সেই বৰলাভ, সেই তাৰ প্ৰভাৱ! সেই ভুজবলৰ প্ৰতাপৰ আগত যে মোৰ পিতৃপ্ৰৱঞ্চক বিষ্ণু আৰু সৰহপৰ ঠাৰৰিব পাৰিব এনে বোধ নহয়। হৰৰ কোপাগ্নিত সেই হৰি যে ভস্মীভূত হব, তাত ধনিষ্ঠামানো সংশয় নাই। তালৈকো আৰু সৰহদিন নাই ; মোৰ ধৰ্ম্মপিতৃয়ে, মোৰ বাঞ্ছিত যি মহাৰণ অনতিপলমে মিলিব বুলিছে, সেই ৰণতে সেই মোৰ পিতৃবৈৰী বামনৰূপী বিষ্ণু, অপৰ কিবাৰূপে মোৰ সন্মুখীন হব যেন অনুভৱ কৰিছোঁ। আহা, যিদিনা

এই অনুভৱ কাৰ্য্যত পৰিণত হব, সেই দিনা মোৰ কি যে আনন্দৰ দিন লাভ হব । (চিন্তাযুত)

( কুম্ভাণ্ড মন্ত্ৰীৰ প্ৰৱেশ )

কুম্ভাণ্ড ।—হে ৰাজন্! আজি দেখোঁ আপোনাৰ অপাৰ আনন্দ? হৰ্ষবিস্ময়-ভাবত আপোনাৰ আৰক্ত লোচনদ্বয় উৎফুল্ল হৈ উঠিছে; ৰাজোভাবাপন্ন মুখমণ্ডল মধ্যাহ্ন সূৰ্য্য সদৃশ, তমোময় হৈ জিলিকিছে!—কি হেতু?

বাণ ।—হেৰা, মন্ত্ৰি! তোমাক দেখি যাওঁতেই আজি মোৰ অন্তৰত আনন্দ উথলি উঠিছে! যি হেতু, আজি তোমাক এটি মনোৰঞ্জক প্ৰীতিসংবাদ জ্ঞাপন কৰিবলৈ মোৰ অপূৰ্ব্ব ছেগ মিলিছে ।

কুম্ভাণ্ড ।—হে মহাসুৰ! কি নো প্ৰীতিসংবাদ মোৰ আগত ব্যক্ত কৰিবলৈ আপুনি ইমান উদ্বিগ্ন হৈছে?—দেৱদেৱ হৰ-মহেশ্বৰ আৰু মহাত্মা স্কন্দৰ প্ৰসাদত আপোনাৰ বাঞ্ছিত ফল কি লাভ হৈছে, শীঘ্ৰে ব্যক্ত কৰোক, শুনিবলৈ মোৰ মনে উদ্বাউল দিছে।

বাণ ।—মন্ত্ৰি! বাস্তৱতে মোৰ বাঞ্ছিত বৰ লাভ হৈছে,—যি বৰৰ প্ৰভাৱত আজি মই ত্ৰিভুবনপতি বাণেশ্বৰ! জগতত বীৰশ্ৰেষ্ঠগণৰ মধ্যত আজি মই তৃতীয়; মোৰ ধৰ্ম্মাগ্ৰজ অজেয় বীৰ কাৰ্ত্তিকেয় দ্বিতীয়; আৰু মোৰ ধৰ্ম্মপিতৃ গৌৰীনাথ হৰ মহেশ্বৰ স্বয়ং প্ৰথম।

কুম্ভাণ্ড ।—হে প্ৰভো! নুবুজোঁ কি বুজায় আপুনি! অল্পমতি মই, বিশেষণে সবিশেষ বুজায় মোক ।

বাণ ।—নলবা সি ভাব। প্ৰাজ্ঞ তুমি, মন্ত্ৰিবৰ! তোমাৰ তুল্য বিজ্ঞজন আতিকৈ বিৰল। শুনা, কওঁ সবিশেষ। তপস্যাত মোৰ তুষ্ট হল আশুতোষ। হৰ-গৌৰী হল আবিৰ্ভাব। দিলে দুয়ে দয়া কৰি বাঞ্ছিত বৰদান। বৰসূত্ৰ অনুসৰি, প্ৰথমতে হল মোৰ দেবীৰ পুত্ৰত্বলাভ, হলোঁ মই অনুজ কাৰ্ত্তিকৰ; দ্বিতীয়তে, সহস্ৰভুজ নামে মই হলোঁ অভিহিত,

বীৰশ্ৰেষ্ঠৰ মধ্যত মই পালে। তৃতীয়ত স্থান :—ধৰ্ম্মাগ্ৰজ কাৰ্ত্তিকেয় আৰু দ্বিতীয় বীৰচূড়ামণি ; প্ৰথমত সৰ্ব্ব-অগ্ৰগণ্য সৰ্ব্বশক্তিমান বলিপ্ৰতিম ধৰ্ম্মপিতৃ স্বয়ং গৌৰীনাথ হৰ-মহেশ্বৰ। মই সততে হৰ-গৌৰীৰ কৃপাৰে কৃপান্বিত আৰু সুৰসেনাপতি কাৰ্ত্তিকেয়ৰ দ্বাৰাই সুৰক্ষিত হম। আৰু হৰি-হৰত বাজে, জগতত মোক জিনোতা নোলাব।—এয়ে মোৰ বৰলাভ।৮

কুষ্মাণ্ড।—হে দানবেশ্বৰ ! ই বাস্তৱতে প্ৰীতি-সংবাদ। এইবাৰৰ বিশ্লেষণত সবিশেষ বুজিলোঁ। দেৱদেৱ মহাদেৱ দেবীনাথ স্বয়ং হৰ-বিশ্বেশ্বৰ যাৰ ৰক্ষক, ত্ৰিভুবনবিজয়ী অজেয় বীৰ সুৰসেনাপতি স্বয়ং কাৰ্ত্তিকেয় যাৰ সহায়, তেওঁক ত্ৰৈলোক্য ৰাজ্যৰ অধীশ্বৰ বুলি কোনে নামানি পাৰিব ? এতেকে, ই অযথা আশা নহয় যে, সুৰপতি ইন্দ্ৰ আপোনাৰ প্ৰতাপত তিষ্ঠিব নোৱাৰি, স্বৰ্গ এৰি পাতালত পলাবগৈ লাগিব ; যাৰ চক্ৰভয়ত ত্ৰস্তমান হৈ দিতিনন্দনগণ সমুদ্ৰৰ গৰ্ত্তত লুকাই আছেগৈ, সেই বিষ্ণুভয়ৰ পৰা সিসবে উদ্ধাৰ পাব ; শঙ্খ-চক্ৰ-গদা-পদ্মধাৰী শাৰ্ঙ্গপাণি শ্ৰীহৰিয়ে দিতিনন্দনগণক আৰু, পদদলিত কৰি ৰাখিব নোৱাৰিব ; আপোনাৰ অতুল বলৰ প্ৰভাৱত মহাসুৰগণে অচিৰে পাতালপুৰ এৰি সুৰপুৰবাসী হবগৈ পাৰিব।

বাণ।—স্বৰূপ কৈছা, মন্ত্ৰি ! তোমাৰ জ্ঞানগৰ্ভ বাণী মই বিশদকৈ হৃদয়ঙ্গম কৰিছোঁ।

কুষ্মাণ্ড।—হে ৰাজন্ ! আপোনাৰ জন্মদাতা পিতৃ, বিৰোচননন্দন বলিৰাজক যে বামনৰূপী বিষ্ণুৱে ছলনা কৰি অদ্যাপি সমুদ্ৰৰ গৰ্ত্তত নিমগ্নকৈ ৰাখিছে, তেওঁৱো অনতিপলমে পৰিত্ৰাণ পাব বুলি, আৰু সেই দিব্যমাল্যাম্বৰধাৰী দিব্যগন্ধানুলিপ্ত পৰম পৱিত্ৰ আৰু অতীৱ সুন্দৰ বলি দানবেশ্বৰক পুনৰপি আমি সাক্ষাৎ পোৱাৰ আশাত মোৰ ক্ষুদ্ৰ অন্তৰত আনন্দে নধৰা হৈছে ! কওকচোন, আমাৰ এই আশা বলৱতী হবলৈ আৰু কিমান দিন লাগিব ?

বাণ। –শুন'া, মন্ত্রি। ভাঙ্গি কওঁ সংপ্রীতি-সংবাদ। তোমাৰ অবিদিত নহয়, আজি বহুকাল ধৰি মোৰ সমকক্ষ মনোমত বীৰ যোদ্ধাৰ লগত সন্মুখীন হবলৈ মই ছেগ পোৱা নাই। সেইকাৰণে, দেবীৰ পুত্ৰত্ব আৰু সহস্রভুজপৰিমিত অজেয় বলবীৰ্য্য লাভ কৰাৰ পাচত, মই সৰ্ব্বশক্তিমান দেৱদেৱ মহাদেৱৰ চৰ'াত মোৰ মনোখেদ ব্যক্ত কৰাত, মোৰ ধৰ্ম্মপিতৃ ভোলানাথ আশুতোষ হৰ-মহেশ্বৰে হৰিষ অন্তৰে খল্‌খলাই হাঁহি হাঁহি মোক এই বুলি সমিধান দান কৰিলে; "হেৰা, মহাসুৰ! চিন্তা নাই, তুমি অনতিপলমে এখন সুবৃহৎ ৰণত লিপ্ত হৈ, এজন সুমহৎ যোদ্ধাৰ সমুখীন হবলৈ পাব'া। হেৰা, দিতিনন্দন! আৰু শুন'া, যি দিনা তোমাৰ ধ্বজগৃহৰ চূড়াৰপৰা খহি ময়ূৰধ্বজ ভূমিতলত নিপতিত হবহি, সেই দিন ধৰি সেই মহাৰণৰ আগন্তুক মিলিব, আৰু যথাসময়ৰ ভিতৰত এখন অলৌকিক সংগ্ৰাম সংঘটিত হব।" মন্ত্রিবৰ! সেই আশাতে আজি মোৰ বুকু ফুলি উঠিছে, এই শৰীৰৰ সিৰে সিৰে ৰণতেজ প্ৰবাহিত হব লাগিছে, তৰ পৰিবলৈ ধৰা মোৰ অন্তৰত অপাৰ আনন্দ উপচি পৰিছে। মই মহোল্লাসেৰে সেই বাঞ্ছিত ৰণলাভৰ ক্ষণ গণিব লাগিছোঁ।

কুম্ভাণ্ড।—হে দানবেশ্বৰ! সৃষ্টিহন্তা মহাৰুদ্র হৰ-মহেশ্বৰৰপৰা আপুনি যি আশাতীত সমিধান লাভ কৰিলে, তাত মই হৰ্ষ আৰু বিষাদ উভয়কে অনুভৱ কৰিছোঁ।

বাণ।—কিয়? মন্ত্রি! বিষাদ কি বাবে? আগন্তুক সম্মুখসংগ্ৰামৰ ভয়ত বিষাদিত হৈছা নে কি? নকৰিব। ভয়, নালাগে ধৰিব অস্ত্র তুমি; সহস্র-ভুজ এই মই অকলে নাশিম অজস্র সেনানী,—অকলে জিনিম মই দুৰ্জ্জয় যোদ্ধা যতমানে।

কুম্ভাণ্ড।—নহয়, প্ৰভো! কুম্ভাণ্ড সংগ্ৰামপৰাঙ্মুখ নহয়। বিষাদ লাগিছে এই বাবে হে, দাতা দেৱতাৰ খল্‌খলি হাঁহি দ্ব্যৰ্থবোধক হব পাৰে।

অপৰিমিত যাচঞাৰ ফলত জানোবা হিতেবিপৰীত ফলিয়ায় ! ময়ূৰধ্বজ-ভঙ্গ হেতুবন্ধনে মোৰ অন্তৰত নানান্ আশঙ্কাৰ বীজ সঞ্চাৰ কৰিছে।

বাণ ।—নকৰিবা আশঙ্কা, মন্ত্রি ! পিতৃ হৈ পুত্রৰ অহিত কল্পনা কৰাটো ধাৰণাতীত কথা ! ভোলানাথ হৰৰ ইঁহিত কপটতা থকাও সম্ভৱপৰ নহয়। ময়ূৰধ্বজভঙ্গৰ কথাত যে লাগিছা, সিও দুর্ব্বল চিন্তাৰ ফল মাথোন। সহস্রভুজ বাণৰ মনত তেনে আশঙ্কাযুত দুর্ব্বল ভাবে ঠাই নাপায় ! বিশেষতঃ, ময়ূৰধ্বজ ভঙ্গ এটা হেতুবন্ধন মাথোন ; অর্থাৎ মোৰ বাঞ্ছিত ফললাভৰ ই এটা কেৱল দৈৱিক নিদর্শন।

কুম্ভাণ্ড ।—হে ৰাজন ! ক্ষমা কৰিব, মই আপোনাৰ সৰল বিশ্বাস লুটিয়াবলৈ প্রয়াস পোৱা নাই ; কিন্তু ৰাজভৱনৰ চূড়াত প্রোথিত ময়ূৰধ্বজ স্খলিত হৈ ভূতলশায়ী হোৱাটো যে মহা অমঙ্গলৰ লক্ষণ ! সেয়ে নহৈ, আন কোনো এটা সুমঙ্গলীয়া হেতুবন্ধনেৰে নিদর্শন দান দিয়া হলে জানিবা আমাৰ মনত কোনো দ্বিধাভাৱ উপজিবৰ কাৰণ নৰলহেঁতেন। (এনেতে বিনামেঘে বজ্রপাত হৈ বাণৰাজভৱনৰ চূড়াত প্রোথিত ময়ূৰধ্বজ খণ্ড-বিখণ্ড হৈ ভূমিত পৰিলহি ! বাণ আৰু কুম্ভাণ্ড চমকৃখাই অবাক্ ! )

বাণ ।—(বিস্ময়বিহ্বলভাৱে আশান্বিত হৈ) ইকি ! ইকি !—মন্ত্রি ! মন্ত্রি ! মিলিল ! মিলিল মোৰ সেই ৰণ-আকাঙ্ক্ষাৰ ক্ষণ। যাওঁ, যাওঁ মই অন্তঃপুৰত দানৱ ৰমণীমণ্ডলীক এই শুভসংবাদ জ্ঞাপন কৰি পুলকিত কৰোঁগৈ। সেই দানৱ দিহিগণে অচিৰে অদিতিগণৰ ঠাঁই অধিকাৰ কৰিবলৈ পাব, এই সুখ অনুভৱে সিবিলাকক নিশ্চয় প্রফুল্লিত কৰিব। সেই ছেগতে, ৰণ-যাত্রাৰ পূর্ব্বক্ষণত, ময়ো সিবিলাকৰে সৈতে অমৰবাঞ্ছিত সুখসম্মিলন উপভোগ কৰি পৰিতৃপ্ত হওঁগৈ ! যাওঁ, যাওঁ, নকৰোঁ পলম ; যোৱাঁ, মন্ত্রি, তুমিও যোৱাঁ, যুদ্ধার্থে যথাযোগ্য আয়োজন কৰাগৈ।

( উত্রাৱল হৈ প্রস্থান )।

কুম্ভাণ্ড।—(অকলশৰীয়া হৈ) ইকি!—ইকি!—হাঁয়! ভয়ঙ্কৰ ভূমিকম্প হৈ পৃথিবীয়ে ফাট মেলিছে! মেদিনীগৰ্ভ্তৰপৰা আচম্বিতে মেকুৰিৰ মিও মিও যেন ৰোদনৰ ক্ষীণধ্বনি উঠিছে। সমস্ত বাণৰাজ্য জুৰি কধিৰধাৰাৰে ৰক্তবৃষ্টি হবলৈ ধৰিছে! দিনতে উল্কাপাতৰ অভাৱনীয় উৎপাত লাগিছে! পূবে স্বৰ্য্যোদয়ৰ গঁড়িলাস্বৰূপ কৃত্তিকা নক্ষত্ৰই বাণৰ জন্মনক্ষত্ৰ ৰোহিনীনক্ষত্ৰক পিড়িবলৈ ধৰা যেন দেখা গৈছে! দানৱ কন্যাগণে যাক নিত্য অৰ্চ্চনা কৰে, সেই বাহুশাখাসমন্বিত চৈত্য মহীতলত নিপতিত হৈছে! ই কি অদ্ভুত কাণ্ড! (আতঙ্কত কঁপিবলৈ ধৰে)

হাঁয়! অতনা অদ্ভুত ঘটনা মোৰ চকুৰ আগতে ঘটিব লাগিছে! প্ৰতি অমঙ্গলসূচক দুৰ্ঘটনাই মোক ভীষণ বিভিষিকা দেখুৱাইছে! এইবোৰ বিস্ময়জনক ঘটনাচক্ৰত পাকঘূৰণি খাই মহাবল দানৱৰ ভাগ্যাকাশ ঘন-ঘটাচ্ছন্ন হৈ পৰিছে। আতঙ্কত মোৰ মন-প্ৰাণ ক্ৰমাৎ বিহ্বল হবলৈ ধৰিছে। কিন্তু, হায়! ৰণমদত উন্মত্ত মহাসুৰ বাণৰাজে অতবোৰ অদ্ভুত অমঙ্গলীয়া দুৰ্ঘটনালৈ ভ্ৰূক্ষেপ কৰা নাই! তেওঁ দেখিও নেদেখা হৈছে যে, ভাগ্যলক্ষ্মীয়ে প্ৰত্যক্ষে তেওঁক ত্যাগ কৰিবলৈ ধৰিছে! যি আগন্তুক অলৌকিক মহাৰণত সমুখীন হবলৈ তেওঁ উদ্বাউল দি উঠিছে, তাত যে তেওঁৰ পৰাজয় নিশ্চয়, সেইটো তেওঁৰ মনত সমূলি ধাৰণা হোৱা নাই। তেওঁ দেৱতাৰ দ্ব্যৰ্থবোধক সন্নিধানৰ মৰ্ম্ম সমূলক্কে উপলব্ধি কৰিব পৰা নাই। শ্ৰীহৰি আৰু শ্ৰীহৰ এই দুইত বাজে অপৰে তেওঁক জিনিব নোৱাৰিব পাৰে, কিন্তু সেই হৰি-হৰেই যে পাকলাগি তেওঁৰ মহাকাল হৈ উঠিবগৈ পাৰে, সেইটো তেওঁৰ হৃদয়ঙ্গম হোৱা নাই!

(মৌন, চিন্তাযুত)

অহঃ! চক্ৰধ্বজতৰু যিৰূপে ভূপতিত হৈছে, মোহবশত শব্দায়মান মহা অভিমানী বাণ ৰজাও সেইৰূপে অনতিপলমে মহীতলত নিপতিত হব!

বাণৰাজে আশুতোষ হৰ-মহাভৈৰৱ আৰু দেবী-মহাভৈৰবীৰ প্ৰসাদত ত্ৰৈলোক্যবিজয়ী হৰলৈ উত্থাউল দি উঠিছে ; কিন্তু শেহান্তৰত যে তেওঁৰেই সমূলঞ্চে পতন নিশ্চয়, সি তেওঁৰ কল্পনালৈকো অহা নাই ! তাৰ ফলত যে দানৱকুল অচিৰে নিম্মূল হব, তাকো তেওঁ ভবা নাই !

( ক্ষন্তেক টলকা মাৰি ভাবিবলৈ ধৰে )

উপস্থিত উৎপাতবোৰ সম্প্ৰতিকলৈ অলিক বা অৰ্থশূন্য বিবেচিত হব পাৰে, কিন্তু মহোৎপাতজনিত ভয় কাচিতো অসাৰ নহয়। শঙ্কৰ ত্ৰিনয়ন হৰ স্বয়ং আৰু মহাবীৰ্য্যবান কুমাৰ কাৰ্ত্তিকেয় বাণৰজাৰ প্ৰতি সদয় হেতুকে সম্প্ৰতি দানৱকুলৰ বিপৰ্য্যয় নঘটিব পাৰে, কিন্তু পৰিণাম অতি ভয়ঙ্কৰ ! দেৱতাৰ প্ৰতি দ্ৰোহ আচৰি পিতৃ বলি ৰজাৰ যি দশা মিলিল, সেই একে কাৰণতে পুত্ৰ বাণ ৰজাৰো সেই দশাই মিলিব যে সি ধ্ৰুৱ। কিন্তু, কি কৰিম ! ভাবি পাৰ নাপাওঁ ! যি হওক, যাওঁ, ৰাজাজ্ঞা পালন কৰোঁগৈ। ( প্ৰস্থান )

( উধাতুখাই এটা দূতৰ প্ৰৱেশ )

দূত।—ক'তা ! নাইচোন ? মন্ত্ৰী ডাঙ্গৰীয়া ইয়াত নাই দেখোন ! নাই, মই কেনিবাদি আহি কৰবাত হে ওলালোঁহি ! গৈছে ৰা কলৈ, আছেগৈ বা ক'ত, কেনেকৈ পাওঁ মই তাৰ ওৰটো এতিয়া ? ৰজাৰ আজ্ঞা মতে তেওঁক তুৰন্তে মাতি নিবলৈ মোক পাচিছিল ; উলটি ৰজাত জনামগৈ কি ? নাই, নাপালোঁ বুলিলেও আমাৰ ফালে পতিং ! কি কৰোঁ, কলৈ যাওঁ, ক'ত মৰোঁগৈ !

( বলিয়াৰ দৰে ঢাপলি ধৰি প্ৰস্থান )

---

## পঞ্চম গৰ্ভাঙ্ক।

মহাভৈৰৱী-মন্দিৰ,—ধ্যানমগ্না উষা

( দেবী-ভৈৰবীৰ আবিৰ্ভাব )

দেবী।—তুষ্ট মই বাছা! তৱ
শুদ্ধ ভকতিত। কোৱাঁ তৱ বাঞ্ছা কিবা?
—মাগিবাঁ কি বৰ?

উষা।—( আঁখি উন্মিলিত ) ই কি! মাতৃ মোৰ!
দিলাঁ দৰিশন, দয়াপৰৱশ হই!

দেবী।—বাঞ্ছা সিদ্ধি হোক।
কোৱাঁ কি সাধিছাঁ বাছা?

উষা।—সৰ্ব্বজ্ঞানী ভগৱতি!
নাজানোঁ কি মাগোঁ; নোৱাৰোঁ ফুটাব ভাব
—ভাষাৰ অভাৱ

দেবী।—বুজিছো তোমাৰ
গুহ্যতম গুপ্তভাব, নালাগে ফুটাব
ভাষাৰ ৰহণ সানি। বাঞ্ছাসিদ্ধি হব
জানাঁ, যথাসময়ত।

উষা।—( কাতৰা হৈ ) কেতিয়া, কিৰূপে, মাতৃ,
হব বাঞ্ছা সিদ্ধি? নাপাওঁ যদ্যপি তাৰ
সঠিক সম্ভেদ, নেৰিম তপস্যা মোৰ
সাধনা সিদ্ধিৰ!

( দেবী অন্তৰ্দ্ধান )

উষা।—( চকু মুদি আৰাধনাৰ গীত গায় ):—

টৌৰি—ঢিমেতেতালা।

জয় দুর্গা দুর্গতিনাশিনী।
হে বিপদতাৰিণী॥
আপদনিস্তাৰিণী, তাপক্ষয়কাৰিণী,
মিলিলে অপায়, উমা,
শান্তিছায়াদায়িনী॥

( তিনিবাৰমান ঘূৰাই ২ গাই মৌন )

( দেবীৰ পুনঃ আবির্ভাব )

দেবী।—লোৱাঁ বাছা! লোৱাঁ বৰ।—আগামী শুক্লা বহাগত, দ্বাদশীৰ নিশা, হৰ্ম্ম্যোপৰি শয্যাগতা থাকোতে তুমি, তোমাক স্বপ্নত যি কৰিব সম্ভোগ, সেই জন হব তৱ স্বামী।

( দেবী অন্তৰ্দ্ধান )

উষা।—( হৰ্ষবিহ্বলা হৈ ) ধন্য মোৰ ধ্যান! সাধনাৰ সিদ্ধি-লাভ অনতিপলমে হব বুলি পালোঁ সম্বিধান!

( কুষ্মাণ্ডনন্দিনী প্ৰজ্ঞাৰ প্ৰৱেশ )

প্ৰজ্ঞা।—( উগুলথুগুল ভাৱে ) কিবা পালাঁ

দেবী-সম্বিধান?—সখীচোন হৃষ্টমনা!
যুগুত বিধান কিবা দিলে ভৈৰবীয়ে
ব্ৰহ্মচৰ্য্য ব্ৰত তৱ ৰক্ষণৰ হেতু?
কোৱাঁ সখি!—নকৰা পলম।

উষা।—( লাজুকীভাৱে ) কিনো কম সখি!

বিশেষণে সবিশেষ বুজিবা যি হয়;—
কথাৰ অভাৱ মোৰ!

প্রজ্ঞা।—বুজিছোঁ ভাবুত,
সাধনাৰ সিদ্ধিলাভ হইছে তোমাৰ।
তথাপিতো, কোৱাঁচোন, স্বৰূপ কথাৰে,
পালা কিবা বৰদান?

উষা।—(হাঁহি হাঁহি) নেবিছা যেতিয়া তুমি;
নহব নকলে! শুনা কওঁ, দৈব-বাণী,
দেবী-বচনেৰে এই:—দ্বাদশীৰ ৰাতি,
অহা শুক্লা বহাগত, থাকোতে নিদ্রিতা,
যিজনে ভুঞ্জিব আহি সপোনত মোক,
তেৱেঁ মোৰ স্বামী।

প্রজ্ঞা।—অতি শুভ সমিধান!
উঠা তেন্তে, বলা যাওঁ, অন্তঃপুৰলই
বহুকাল পাচে।

উষা।—(আচৰিত মানি) বহুকাল!
কিনো কোৱা সখি! এদিন এৰাতি মাথোঁ
আছিলোঁ ধ্যানত।

প্রজ্ঞা।—স্বৰূপতে বহুকাল,—
নবৰ এযুগ,—সম্পূর্ণে বছৰ বাৰ।
ই ছেগতে সৃষ্টি এক নতুন নগৰ,
তোমাৰ কাৰণে।

উষা।—সঁচাকে, লাগিছে হয়,
নতুন! নতুন!—কি কাৰণে, কিবা অৰ্থে,
সৃষ্টি এই নগৰৰ?—নোহে বাণপুৰ
ই নব নগৰ। কি হেতু ই অগ্নিগড়?

—বিচিত্ৰ কৌশল!

প্ৰজ্ঞা।—কন্যাপুৰ নামে এই নতুন নগৰ।
জনিবা সমস্তে। বুজিবা উদ্দেশ্য যিবা।
আহা এবে, প্ৰবেশাহি নিজ অন্তঃপুৰ।
সখীসৱে আগ্ৰহেৰে কৰিছে প্ৰতীক্ষা
তব আগমন।

উষা।—( উল্লাহিত হৈ ) বলা বাৰু, সখি!
নিয়া মোক যেনি হয়,—অনাতুৰা মই!
অজ্ঞাৰ সাৰথি প্ৰজ্ঞা; তব অনুগামী
হই গই থাকোঁ মই।—কিযে মনোৰম
দৃশ্য আজি জগতৰ।

(প্ৰস্থান)

# ২ । অঙ্ক ।

—:(o):—

## প্ৰথম গৰ্ভাঙ্ক ।

মহাভৈৰৱ মন্দিৰ ।

( ভৈৰৱ-ভৈৰবীবৃন্দপৰিবৃত মহাভৈৰৱ-মহাভৈৰবী )

( ভৈৰৱ-ভৈৰবীবৃন্দৰ নৃত্যগীত )

শঙ্কৰী কীৰ্ত্তন ।

জয় ভব শঙ্কৰ, জগতকাৰণ,
জগদীশ জগততাৰণ হে ।
ভৱতীভৱাৰ্ণৱ, ভৱানীবল্লভ,
জগজ্জন মনোমোহন হে ॥
ক্ষণে ৰ'দ ক্ষণে মেঘ, ক্ষণেকে প্ৰলয় বেশ,
ক্ষণে নিমিলিত ত্ৰিনয়ন হে !
কল্পতৰু আশুতোষ, মহেশ মহাৰ্ণৱ
ৰুদ্ৰৰূপ সংহাৰকাৰণ হে ॥ ( নীৰৱ )

মহাভৈৰৱ ।—শুনা মোৰ শিষ্যপুত্ৰগণ ! তুষ্ট আমি তোমাসাৰ প্ৰীতি-ভকতিত । তুষ্ট সদা আশুতোষ গৌৰী সমন্বিতে । তুষ্ট আৰু কাৰ্ত্তিকেয়, বাণাগ্ৰজ, দেবীৰ তনয় ।

ভৈৰৱ নেতা ।—( ভৈৰৱ-ভৈৰবীবৃন্দে আঁঠু লয় ) মানিছোঁ প্ৰত্যেক । আমাসাৰ ভক্তি-মতি, ভকতি হিয়াৰ, বাঢ়ে যেন দিনে-দিনে ।

মহাভৈৰবী ।—বুলিছোঁ তথাস্তু ।

ভৈৰবীনেতৃ।—সাদৰেগত আশীৰ্ব্বাদ অপত্য স্নেহৰ, মানিছোঁ সবাৰে আমি, মানিম সততে।

মহাভৈৰব।—শুনা সবে আৰু যিবা আমাসাৰ আছে কবলই। নন্দী-ভৃঙ্গী নাচে-গায়, যিবা ৰূপে, দুয়োপাশে, শিৱ-শিৱানীৰ; তদ্ৰূপ গোৱাঁ-নাচাঁ তোমাসবে সততে আমাসাৰ আশে-পাশে। নন্দী-ভৃঙ্গী অবিচ্ছেদ অঙ্গীভূত দেবী-মহেশৰ; তোমাসবো অবিচ্ছেদ অঙ্গীভূত আমাসাৰ জানা। চিৰঞ্জীৱী হোৱাঁ সবে, অচলা ভক্তিৰে,—এয়ে বাঞ্ছা আমাসাৰ।

ভৈৰবনেতা।—পৰম সৌভাগ্য বুলি মানিছোঁ সবাৰে। থাকে যেন মতি-গতি স্থিৰে সদাকাল; ইমানে গোহাৰি মাথোঁ।

মহাভৈৰবী।—বুলিছোঁ তথাস্তু।

ভৈৰবীনেতৃ।—শিৰোধাৰ্য্য আশীৰ্ব্বাদ।

(বাণ ৰজা আৰু কুম্ভাণ্ড মন্ত্ৰীৰ প্ৰবেশ)

বাণ।—প্ৰণামোঁ দৌহাকে (প্ৰণিপাত)।

কুম্ভাণ্ড।—আমাৰো প্ৰণতি
দুয়ে কৰোক গ্ৰহণ [প্ৰণিপাত]।

মহাভৈৰবী।—হোৱাঁ চিৰঞ্জীৱী দুয়ো।

মহাভৈৰব।—লভিবাঁ আশীষ মোৰ,
ৰজা-মন্ত্ৰী দুয়ে। ৰাজকৰ্ম্ম ৰাজধৰ্ম্ম
পালিবাঁ যতনে।

বাণ।—শিৰে ধৰোঁ আশীৰ্ব্বাদ।
লভো যেন সদাকালে কৃপা ইথানৰ।
বাঞ্ছোঁ বলবীৰ্য্য কাৰ্ত্তিকেয় অগ্ৰজৰ
আপদে সম্পদে। থাকে যেন মতি স্থিৰ
হৰ-গৌৰী চৰণত।

মহাভৈৰবী।—সিদ্ধি হোক মনোৰথ।
বুলিছেঁা তথাস্তু।
মহাভৈৰব।—সদা বাঞ্ছা আমাসাৰ,
ৰাজকাৰ্য্য জয়যুক্ত হোক তোমাসাৰ।
চলিছে এতিয়া জানো সদা নিৰাপদে,
ৰাজ্যৰ শাসন?
কুম্ভাণ্ড।—প্ৰভুপদ আশীৰ্ব্বাদে
চলিছে ভালেই ; ঘটা নাই বিপৰ্য্যয়
অদ্যাপি এথোন।
বাণ।—কিন্তু, প্ৰভো! অনতিপলমে
ঘটিব প্ৰমাদ, বাজিছে ইহেন প্ৰাণে।
মহাভৈৰব।—কিবা সি প্ৰমাদ?
কাৰ গাত ফলিয়াব ফলাফল তাৰ?
কুম্ভাণ্ড।—অবিদিত নোহে একো
প্ৰভু-চৰণৰ। নিজে বুজি লয় যেন,
নিজ প্ৰশ্নোত্তৰ।
মহাভৈৰব।—[ হাঁহিমুখে ] যথাযোগ্য সমিচাৰ
সুযোগ্য মন্ত্ৰীৰ ; উলটি আমাকে বান্ধে!
বুজিছেঁা বিশেষ। পাইছেঁা সুমৰি তাৰ,
তত্ত্ব সবিশেষ। আগন্তুক নিদৰ্শন
মিলিছে নে কিবা?
বাণ।—ইও নোহে অবিদিত
প্ৰভু চৰণৰ। যিদিনা লভিলেঁা বৰ
হৰ-মহেশ্বৰ, সিদিনাৰ নিদৰ্শন

পোৱা হল প্ৰত্যক্ষতে ;—ভগ্ন ধ্বজচূড়া
ৰাজভৱনৰ ।
মহাভৈৰৱ ।—জানো সবিস্তাৰ
ধ্বজভঙ্গ ঘটনাৰ কথা । সেয়ে সেই
নিদৰ্শন জানিছোঁ বুৰুপ ।
কুম্ভাণ্ড ।—জানিছে সমস্তে আৰু
অনুষঙ্গী অমঙ্গল চিন্ যতমানে
তাতে হে লাগিছে দ্বিধা, ঘটে জানো কিবা
হিতে-বিপৰীত ।
বাণ ।—তাতে হে চাপিছোঁ কাষ,
লবলই উপদেশ, যি দিয়ে প্ৰভুৱে
ভাবি-চিন্তি চাই ।
মহাভৈৰৱ ।—যথা ইচ্ছা, তথা বাট ।
ইচ্ছাৰ গতিক নোৱাৰে বাখিব কেৱেঁ ।
এতেকে, বুজিবাঁ, তাত অমঙ্গল নাই ;
যি কৰে ঈশ্বৰে, ভাল মানুহ কাৰণে ।
হব লাগে আয়োজন ৰণৰ উদ্দেশ্য ;
দিছোঁ উপদেশ ।
বাণ ।—[ উৎসাহিত হৈ ] ধন্য গুৰুদেৱ !
ধন্য তব সুবিচাৰ ! কামনা সফল
হব তেন্তে অচিৰতে ?
মহাভৈৰৱ ।—নহবৰ নেদেখোঁ কাৰণ । আগন্তুক
মহাৰণ ঘটিব অৱশ্যে, নিদৰ্শন
তাৰ মিলিছে যেতিয়া ।

কুম্ভাণ্ড ।—[ স্বগতঃ ] মিলিছে অৱশ্যে ;—
ঘোৰ অমঙ্গল চিন্ !
বাণ ।—[ উলাহিত হৈ ] সিদ্ধি হব মনোৰথ ।
ৰণাঁ মন্ত্রি ! কৰোঁগই ৰণ-আয়োজন ।
পূৰায় ইবাৰ মোৰ ৰণ হাবিয়াষ ।
বাকী নাই জিনিবৰ দেৱৰাজ বিনে ;
জিনিম ইবাৰ সেই মহা অভিমানী
ইন্দ্র দেৱতাক । দেৱলোক হব মোৰ
আয়ত্ত-অধীন । দেৱতা আশ্রয় হব
পাতালপুৰত । আৰু ৰব বাকী এক,—
বৈকুণ্ঠৰ হৰি ; নৰৰ অজেয় হই
তেওঁ শেহতত,—হৰৰ বলেৰে মই
জিনিম হৰিক । অখণ্ড প্রতাপ মোৰ
বুজিব জগতে । আৰু মোত; কথা নাই ।
ইমানতে মনে মোৰ লভিব বিৰতি ।
এতেকতে উঠাঁ মন্ত্রি ! নকৰোঁ পলম ;
অনতিপলমে গই কৰোঁ যথোচিত
ৰণ-আয়োজন । [ বাণ আৰু কুম্ভাণ্ডই প্রণাম কৰে
মহাভৈৰৱ ।—সিদ্ধি হোক মনোৰথ ।
মহাভৈৰৱী ।—বুলিছোঁ তথাস্তু । [ বাণ আৰু কুম্ভাণ্ডৰ প্রস্থান
মহাভৈৰৱ ।—আমাৰো সময় হল ;
ধৰোঁগই, যথাৰীতি, সান্ধ্য আৰতিত,
—হৰ-গৌৰী পূজা ।

[ সবাৰো প্রস্থান

———

## দ্বিতীয় গৰ্ভাঙ্ক।

কন্যাপুৰ, — উষা-উদ্যান।

( উষা, প্ৰজ্ঞা আৰু চিত্ৰলেখা )

উষা।—চোৱাচোঁ চোৱাচোঁ, হেৰা,
প্ৰাণসখীদ্বয়, চোৱাচোঁ কেনুৱা, দেহি,
সৌ জোন্‌বাইটি ! হাঁহি হাঁহি ভাহি যায়
আমালই চাই !

প্ৰজ্ঞা।—সঁচা, মাতিছে আমাকো।

চিত্ৰলেখা।—বলা ভেঙ্গে যাওঁহঁক ?

প্ৰজ্ঞা।—হোৱা হলে তোমাদৰে
পাখিলগা সখী, নাথাকোঁ নিশ্চয় বহি,
গলোঁ হয় উৰি !

উষা।—দেহি ঐ ! কেনেকৈ
আলাসতে ভাহি যায়, উলাহতে হাঁহে,—
সুগোল বয়ানখানি !—চিন্তাশূন্য প্ৰাণ !
—সংসাৰ-জঞ্জাল নাই।

চিত্ৰলেখা।—নোহে চিন্তাশূন্য, সখি !
আছে তাৰো বহু সংসাৰৰ দিয়া-লোৱা,
সংসাৰী প্ৰাণৰ।

উষা।—( আমনজিমনকৈ ) একেদশা মোৰে স'তে।

প্ৰজ্ঞা।—( চুপতি চেৰে ) তুমি আৰু কিয় ?

চিত্ৰলেখা।—[ খেঁড়েজলিয়াই ] তাৰো দশা গণে জানো ?

উষা।—( মুখ আমোলাই ) কি দিম উত্তৰ ! [ মৌন ]

[ ফুফালৰপৰা গীত গাই ২ দানৱী কন্যাগণৰ প্ৰৱেশ ]

গীত।

সাহানা—ঝাঁপতাল।

আহাঁ, আহাঁ, সখী মিলি ফুলনি সোমাওঁ।
জাতি, যুতী, বেলকলি, কোঁচভৰি লওঁ॥
বিল-বিৰহিনী,
কান্দে কুমুদিনী,
হিয়া পাতি পাতি, পূৰ্ণিমাৰ ৰাতি,
মাতে আকাশৰ জোন্, সেন্দুৰীয়া কেঁচাসোণ,
আহাঁ সৰে চাপি গই পৰাণ জুৰাওঁ।
ফুলমালা গাথি আমি ফুলকে পিন্ধাওঁ॥
আকাশতো আছে ফুলি,
কোটী কোটী ভেঁটকলি,
ফুলি আছে কুমুদিনী, চকমক্ সৌদামিনী,
আহাঁ যাওঁ আনোগই, সৰে মিলি উৰি গই ;
তুলি আনি মালা গাথি সখীক পিন্ধাওঁ॥
বিষাদী ধৰাক আহাঁ হাঁহিৰে বুৰাওঁ॥

চিত্ৰলেখা।—শাঁত কৰে প্ৰাণ
বৰষি অমৃত যেন ! পাহৰোঁ সমূলি
হায়, সংসাৰ ভাবনা !

প্ৰজ্ঞা।—এয়ে শ্ৰাব্য সুধা,—
বসুধাবুকুত সৃষ্টি সঙ্গীত নিজৰা
শিল্পী বিশ্বৰচোতাৰ !

উষা।—লগা নাই ভাল, হায়,
কিবা লাগি যায়! নিদিয়ে জুৰণি গীতে।
কিবা কৰে মন!
চিত্ৰলেখা।—কিয়, সখি!
কিয় মন এনে উচাতন?
প্ৰজ্ঞা।—সুধিবৰ নাই প্ৰয়োজন; ভাবি চোৱাঁ
পাবাঁ সমিধান,—সখীৰ পৰাণে আজি
বিচাৰিছে সখা!
চিত্ৰলেখা।—নিবিচাৰোঁ সমিধান।
পাইছোঁ বিচাৰি, কিহে কৰে বিয়াকুল
সখীপ্ৰাণ এনেদৰে। ধৰোঁচোঁ ইবাৰ
বিয়ানাম এটি।
প্ৰজ্ঞা।—ধৰি দিয়াঁ তুমি,—
ধৰোঁ আমি সৱে মিলি।
চিত্ৰলেখা।—ধৰাঁ বাৰু, দিছোঁ ধৰি:—[ চিত্ৰলেখাই লগাই দিয়ে;
অপৰ সখীগণে ঐক্যতানে গায় ]
ৰাম, ৰাম! চিন্তা নকৰিবাঁ,
ৰাম, ৰাম! আমাৰে আইদেউ,
ৰাম, ৰাম! হবাগৈ আলাসৰ লাৰু।
ৰাম, ৰাম! সোণাৰি-শালতে,
ৰাম, ৰাম! দিনে টিকেটিকায়,
ৰাম, ৰাম! আইদেউৰ হাতলৈ থাক॥
ৰাম, ৰাম! ভৰলী কাষৰৰ,
ৰাম, ৰাম! চিৰলী ঢেঁকিয়া,

সোণালি শৰাইতে ৰাছোঁ।

ৰাম, ৰাম! চিন্তা নকৰিবা,
ৰাম, ৰাম! বাণৰে জীয়াৰী,
ৰাম, ৰাম! চৌপাশে আবৰি আছোঁ।
ৰাম, ৰাম! কেলেই কুটিলাঁ,
ৰাম, ৰাম! চুমৈকৈ পচলা,
ৰাম, ৰাম! লোকে বাটি ভৰাই খাব।
ৰাম, ৰাম! কেলেই তুলিলা,
ৰাম, ৰাম! ৰূপহী আইদেউক,
ৰাম, ৰাম! লোকে বন কৰাই খাব॥

[ গান ]

হাঁহা হাঁহা চেনেহী সখীটি, সব শোক তিয়াগি।
আৰু দুদিন বাদে স্বামী পাবা প্ৰাণ দিবা উছৰ্গি॥
কিয় ইমানতো তুমি থাকা মনে মাৰি।
মাহক কেৱলে দেহা শুকাই হোৱা কিয় কাতৰী॥

[ ক্ষন্তেক নিজম পৰে]

উষা।—[ প্ৰজ্ঞাৰ কানত হলি পৰি ] অহ, সখি!
মালাগে একোতেচোঁন মন!

প্ৰজ্ঞা।—বুজিছোঁ বিশেষ;—
নহবা অধীৰা সখি!

চিত্ৰলেখা।—সময়ে বুজনি দিব;—
লাগিব সকলো ভাল, হব এনে দিন।
ৰাতি হল, বলা যাওঁ, অন্তঃপুৰলই;
নকৰোঁ পলম।

[ সকলোটিৰ প্ৰস্থান]

———

## তৃতীয় গৰ্ভাঙ্ক।

বাণপুৰ—দানৱ সেনাগাৰ।

( জ্বৰ সেনাপতি আৰু কুম্ভাণ্ড মন্ত্ৰী )

জ্বৰ।—মন্ত্ৰিবৰ! মোৰ এতিয়াও বুজিবলৈ বাকী, কি উদ্দেশ্য মই ৰণসজ্জাৰ অৰ্থে আদিষ্ট হৈছোঁ। আমি দেখোন অদ্যাপি কোনো দিশৰপৰা ৰণৰ আগন্তুক দেখা নাই। ৰণলৈ কোনো-পক্ষ আহূত হব নে আমি ৰণাহূত হম, তাৰো একো সম্ভেদ পোৱা নাই। তথাপি ৰাজাজ্ঞা শিৰোধাৰ্য্য; যথাযোগ্যৰূপে ৰণ-সজ্জা মই কৰিব লাগিছোঁ।

কুম্ভাণ্ড।—ৰণ-সন্ধান অদ্যাপি ময়ো একো পোৱা নাই। ৰজাৰো অবিদিত, কোন্ ক্ষণত কি ৰণ মিলিব আহি। তথাপিতো ৰজা ৰণৰ উদ্দেশে উত্ৰাৱল; প্ৰতিদণ্ডে আগন্তুক ৰণৰ ক্ষণ গণিব লাগিছে! সেই অনুসৰি, ময়ো অনুমানিক ৰণ-ৰচনা কৰিব লগাত পৰিছোঁ। আপোনাকো সেই উদ্দেশ্যে সচেষ্ট হবলৈ ৰাজাজ্ঞা জ্ঞাপন কৰা গৈছে।

জ্বৰ।—ৰাজাজ্ঞা পালন কৰিবই লাগিছোঁ; ৰজাৰ আদেশ পালনৰ পূৰ্ব্বে তাৰ কাৰণ অন্বেষণ কৰিবলৈ আমাৰ অধিকাৰ নাই। কিন্তু, পক্ষাপক্ষৰ বিবৃতি, ৰণস্থলৰ নিদৰ্শন, সেনানীৰ বিবৰণ ইত্যাদি বিষয়ে অগ্ৰিম আভাস পোৱা গলে, সেই অনুযায়ী আয়োজনত ধৰিবলৈ সুচল হয়। মোৰ অধীনত হৰেক সজ্জাৰ পদাতিক, অশ্বাৰোহী আৰু নৌ সেনা ৰক্ষিত আছে; কোন্ বিধক সুসজ্জিত কৰি সচেষ্ট হব লাগিব, তাৰ হে দিহাকৰণ হোৱা নাই।

কুম্ভাণ্ড।—ময়ো তদ্ৰূপ অৱস্থাত। ৰণসজ্জাসংযুত হৈ, এক অভাবনীয়

মহাৰণৰ প্ৰতীক্ষাত আমি সষ্টম থাকিব লাগে, ইমানেই আমাৰ প্ৰতি অনুজ্ঞা; তাৰ ওপৰঞ্চি আদেশ-উপদেশৰ বিষয়ে বিশদকৈ মই একো কব নোৱাৰোঁ। তথাপি,—( কিবা ভাবি ঠমক খাই ৰয় )

অৰ।—কওক, কৈ যাওক তথাপি বুলি কি সঙ্কেত দিবলৈ মনস্থ কৰিছে।

কুম্ভাণ্ড।—সিদ্ধান্ত সঙ্কেত দিবলৈ মই অক্ষম; কিন্তু কাৰ্য্য দেখি কাৰণৰ অনুমান কৰাৰ দৰে, এটা অনুমানিক আভাস দিব পৰা যায়।

অৰ।—কওক, কৈ পেলাওক। হওক, অনুমানিক হলেও, তাৰপৰা যৎকিঞ্চিত উপকাৰ পাব পাৰি।

কুম্ভাণ্ড।—সেনাপতি! আপোনাৰ অবিদিত নহয়, দানৱৰাজ বাণ নৃপতিয়ে, হৰপ্ৰাসাদিত হৈ, ওচৰ-ভবিষ্যতত এখন অভাবনীয় ৰণ কামনা কৰিছে। সেই ৰণৰ পিপাসা পৰিতৃপ্তিৰ অৰ্থে ৰজা অতিশয় অধৈৰ্য্য হৈ উঠিছে। কিন্তু, কি ৰণ, কাৰ লগত, তাৰ সঠিক সম্ভেদ তেৰোঁ পোৱা নাই। মাথোন, সেই সম্পৰ্কে ইমানকে সঙ্কেত পোৱা গৈছিলোঁ, যিদিনাই তাৰ নিদৰ্শনস্বৰূপ ৰাজভৱন ধ্বজগৃহৰ চুড়াৰপৰা কুমাৰপ্ৰদত্ত ময়ূৰধ্বজ অকস্মাৎ উদ্‌যাটিত হৈ ভূমিত পতিত হবহি, সেই দিনধৰি এক অভাবনীয় মহাৰণৰ আগন্তুক মিলিব। সেই ৰণত লিপ্ত হৈ বলিনন্দন অমিততেজা বাণৰাজে তেওঁৰ অসহ্য ৰণতৃষ্ণা পৰিতৃপ্ত কৰিব, এয়ে তেওঁৰ বাসনা।

অৰ।—পিচে, সেই আগন্তুক ক্ষণ মিলিবলৈ আৰু কিমান দিন আছে, কব পাৰে নে?

কুম্ভাণ্ড।—এতিয়াই। ইয়াৰ অলপ আগৰেপৰা সেই আগন্তুক

ৰণ মিলিছে। সেই বিষয়ে মোৰে সৈতে দানৱৰাজে পৰ্য্যালোচনা কৰি থাকোতেই, বৰলাভৰ নিদৰ্শন কাৰ্য্যত ফলিয়াই উঠিলে ;—বাণ-ৰাজভৱনৰ চূড়াত প্ৰোথিত সেই ময়ূধ্বজ আচম্বিতে উদ্‌ঘটিত হৈ ভূমিত পৰিলহি। তাৰ পিচমুহূৰ্ত্তৰপৰা বহুপৰব্যাপী বিবিধ অমঙ্গলসূচক আনুষঙ্গিক দুৰ্ঘটনা ঘটিবলৈ ধৰিলে। মোৰ পক্ষে সি অতিব ভয়াবহ যেন বোধ হল! কিন্তু, ৰণোন্মত্ত বাণ নৃপতি সেই সূচনাত উত্‌ৰাৱল হৈ উঠিল,—তেওঁ ততালিকে ৰণ-আয়োজনলৈ মোৰ প্ৰতি আদেশ নিয়োগ কৰি, মোৰ পৰামৰ্শলৈ অপেক্ষা নকৰি, উকলীকৃত হৈ অনন্দভৱনমুখে সবেগে গমন কৰিলে! এয়ে অদ্যোপান্ত ঘটনাৰ সংক্ষেপ বিৱৰণ। ইয়াৰপৰাই আগন্তুক মহাৰণৰ বিষয়ে আপুনি যি বুজে, বুজি লওক।

জৰ। বুজিছোঁ বিশেষ। ই এক নিশ্চয় কোনো দৈবিক ৰণ। এই যাত্ৰাত, হয় দেৱৰাজ ইন্দ্ৰ, নহয় তেওঁতকৈও উচ্চতৰ কোনো দৈবিক ক্ষমতা লক্ষিত হৈছে।

কুম্ভাণ্ড। হব পাৰে সেই উচ্চতম লক্ষ্য স্বয়ং শ্ৰীবিষ্ণু। কাৰণ, তেওঁতকৈ উচ্চতৰ দেৱতা আৰু নাই।

জৰ। আছে ;—তেওঁ দেৱদেৱ মহাদেৱ কৈলাসপতি হৰ-মহেশ্বৰ।

কুম্ভাণ্ড। সঁচা। মানোঁ মুয়ো সেই কথা। কিন্তু, হৰি-হৰ সমান ক্ষমতা। সেই সমানে সৃষ্টিকৰ্ত্তা ব্ৰহ্মা। এই তিনি ক্ষমতাৰ ইতৰবিশেষ নাই। একে সৃষ্টি কৰে ; অপৰে পালন কৰে ; অন্যতম অপৰে সংহাৰ কৰে। এই তিনিৰ নিৰ্দ্দিষ্ট কাৰ্য্যত তিনিও স্বতন্ত্ৰবীৰ্য্যকৈ অদ্বিতীয় শক্তি। যেতিয়া অগ্ৰনামী দুই শক্তিৰ সংঘৰ্ষণত প্ৰলয় ঘটে, তেতিয়া তৃতীয়-নামী শক্তি স্বয়ং সৃষ্টিকৰ্ত্তা ব্ৰহ্মাই মধ্যস্থ হৈ তেওঁৰ সৃষ্টি ৰক্ষা কৰে, কিম্বা নতুন সৃষ্টি ৰচনা কৰে।

সংহাৰ কাৰ্য্য সবাতকৈ ওপৰ। কাৰণ, সৃষ্টি-স্থিতিত

জ্বৰ।—তথাপি, সংহাৰ কাৰ্য্য সবাতকৈ ওপৰ। কাৰণ, সৃষ্টি-স্থিতিত সংহাৰলৈ স্থল থাকে, কিন্তু সংহাৰৰ পাচত সংস্কাৰলৈ আৰু একো নাথাকে। গতিকে, জগতগঠনৰ মূল তিনি শক্তি ব্ৰহ্মা, বিষ্ণু আৰু ৰুদ্ৰৰ মাজত, ৰুদ্ৰৰ শক্তি সবাতোকৈ শ্ৰেষ্ঠ; অৰ্থাৎ, ৰুদ্ৰৰূপী দেৱদেৱ মহাদেৱ হৰ ঈশ্বৰৰো ঈশ্বৰ মহেশ্বৰ।

কুম্ভাণ্ড।—হেৰা বীৰবৰ! অপোনাৰ যুক্তি অৱশ্যে সাৰুৱা। কিন্তু, সৃষ্টিতত্ত্ব অতি নিগূঢ় ৰহস্য। এই ৰহস্য ভেদ কৰা সৃষ্ট প্ৰাণীৰ সাধ্যাতীত। এই বিষয়ক স্বৰূপ ধাৰণা উপলব্ধি কৰা সমাধিস্থ যোগীৰ পক্ষেও দুঃসাধ্য। সেই হে কওঁ, দেৱতাৰ বৰদান সততে দ্ব্যৰ্থবোধক, কিম্বা হেতুমূলক। বলিনন্দন বাণৰাজে হৰ-গৌৰীৰ কৃপাত দেবীৰ পুত্ৰত্ব লাভ কৰিছে; সহস্ৰবাহু পৰিমিত অজেয় বল লাভ কৰিছে। কিন্তু, সেই অনুযায়ী তেওঁ যেতিয়া এখন মহাৰণ বাঞ্ছা কৰে, তেতিয়া তেওঁক সেই বৰদাতা আশুতোষ হৰ-মহেশ্বৰে এই বুলি হেতু ৰাখি বৰদান দিছিল, "হেৰা, মহাসুৰ! হৰি, হৰ আৰু কুমাৰ কাৰ্ত্তিকেয়ত বাজে ত্ৰিভুবনত তোমাক জিনোতা নোলাব।"

জ্বৰ।—তেনেহলে, তেওঁ অজেয় হল কেনেকৈ? তেওঁৰ বৰদাতা হৰ-মহেশ্বৰ আৰু ধৰ্ম্মাগ্ৰজ কাৰ্ত্তিকেয়ত বাজেও দেখোন অপৰ এক মহাশক্তি তেওঁক জিনোতা ৰৈছে।

কুম্ভাণ্ড।—তাকে তো কৈ আহিছোঁ, বোলোঁ সেই তিনি শক্তিৰ মাজতে দৈত্যাৰি বিষ্ণুৰ অংশ হৰিশক্তি বৰ্ত্তমান ৰৈছে। কুমাৰ কাৰ্ত্তিকেয় সমন্বিতে হৰ-মহেশ্বৰ সততে দৈত্যকুল ৰক্ষাৰ হেতু মহাভৈৰৱত অৱস্থিত; আৰু সেই কল্পেই সমীপতে মহাভৈৰবীত স্বয়ং দেবীয়ে স্থিতি কৰিছে। কিন্তু, শ্ৰীহৰিৰ

অৱস্থিতি ই ৰাজ্যত নাই ; শ্ৰীকৃষ্ণৰূপে তেওঁ দ্বাৰকাত হৈ ৰৈছে । দৈবিক ঘটনাক্ৰমে যেতিয়াই তেতিয়াই য'তে ত'তে আচম্বিতে শ্ৰীহৰিৰ আবিৰ্ভাব হয় । দৈত্যাকুলচূড়ামণি মহাভুজ বাণ ৰজাৰ জনক প্ৰথ্যাত বলি ৰজাক ছলনা কৰা শ্ৰীহৰিৰ আখ্যান ইয়াৰ এটা বিশিষ্ট প্ৰমাণ ।

**জ্বৰ** ।—যেয়ে হওক । হয় যদি স্বয়ং শ্ৰীহৰি প্ৰতিদ্বন্দী, তথাপি নডৰায় জ্বৰে । জ্বৰৰ প্ৰভাৱ নোৱাৰে খণ্ডাব কেৱে । জ্বৰৰ নামত ত্ৰিভূবন কম্পমান্ ! জ্বৰপৰশনত হৰহৰি কঁপে ঠৰঠৰি ! জ্বৰৰ প্ৰকোপত দেৱতা, দানৱ, কিন্নৰ, উৰগ, যক্ষ, ৰাক্ষস, গন্ধৰ্ব্ব, অসুৰ, দৈত্য, নৰ সমস্ত জৰ্জ্জৰিত ! সেই জ্বৰ মই !— মই ডৰাম কাক ? মোৰে সৈতে লৰে, এনে বীৰ আছে কোন্ ত্ৰিভূবনত ? মন্ত্ৰি ! চিন্তাৰ কাৰণ নাই । স্বয়ং শ্ৰীবিষ্ণু আহিলেও জিনিম নিশ্চয় । জ্বৰৰ প্ৰকোপ নোৱাৰে সহিব কেৱে । এই জ্বৰৰ বৰ্ত্তমানে বাণ ৰজাৰ পৰাজয় মনতো নানিব আপুনি !

**কুম্ভাণ্ড** ।—ধন্য জ্বৰ ! মহাবীৰ আপুনি ! আপোনাৰ বল-বিক্ৰমৰ বিষয় মোৰ অবিদিত নহয় । বিগত সুৰাসুৰ-ৰণত আপুনি যি বীৰত্ব প্ৰকাশ কৰিছিল, সি মোৰ চিত্তপটত অদ্যাপি ফটফটীয়াকৈ জিলিকি আছে । তথাপি—

**জ্বৰ** ।—নাথাটে তথাপি ! নাপায় তথাপিয়ে ঠাই ইখিনি পৰত ! যাওঁ, মন্ত্ৰি !—মাতিছে কৰ্ত্তব্যে মোক ! ক্ষমিব মোৰ দায় !

[ উত্ৰাৱলভাৱে জ্বৰৰ প্ৰস্থান ]

**কুম্ভাণ্ড** ।—ধন্য বীৰ ! ধন্য জ্বৰ নাম তোমাৰ ! ধন্য মই ! ধন্য মোৰ দেশ, যি দেশত জনম আজি ইহেন বীৰৰ ! আৰু, ধন্য দৈত্যকুল ! ধন্য

দৈত্যেশ্বৰ বাণ নৃপমণি, আজ্ঞাধীন যাৰ এই হেন বীৰ। নাই চিন্তা। নকৰোঁ আশঙ্কা। আগন্তুক ৰণত, নাই পৰাজয়, অজেয় বাণৰ। যাও মঞো। নকৰোঁ পলম। কৰোঁগে ৰণ-আয়োজন ৰাজ-আজ্ঞা অনুসৰি।

[ হৰিষে মনেৰে ধীৰে ধীৰে প্ৰস্থান ]

## চতুৰ্থ গৰ্ভাঙ্ক।

—:০:—

দৃশ্য,—উষা-অন্তঃপুৰ, শয়নকক্ষ।

[ সখীপৰিবৃতা উষাদেবী 'হৰ্ম্ম্যোপৰি' নিদ্ৰিতা ]

উষা।—[ সপোন দেখি ৰোমাঞ্চিত হৈ উঠি ] হাঁয়, হাঁয়! ইকি হল মোৰ। কোনে ভাঙ্গিলেহি মোৰ ব্ৰহ্মচৰ্য্য কোনে কৰিলেহি মোৰ এনুৱা দশা! হাঁয় কি কাম কৰিলো ব্ৰত? আছোঁ ক'ত মই? ই দিঠক নে সপোন? গল কেনি গুচি? মই! কোন্ তেওঁ? আহিছিল কেনি? নাইচোন সেই পুৰুষৰতন! [ বাউলী অহঃ; কি মোৰ কপাল! হৈ চিয়ঁৰিবলৈ ধৰে ] হাঁয়! হাঁয়! সখি! সখি! সখি!—

( সখীসবে চাঁতকৰে সাৰ পাই উঠি উষাক আবৰি ধৰেগৈ )

চিত্ৰলেখা—কি হল! কি হল, প্ৰাণসখী মোৰ! কিয় এনে বিয়াকুল? সখি ঐ, নকৰিবাঁ ভয়। নাকান্দিবাঁ। নকঁপিবাঁ। নকৰা বিলাপ।

উষা।—[উদ্বাউল দি ] নাজানো কি হল। হাঁয়! কোনে ভাঙ্গে আহি, ব্ৰহ্মচৰ্য্যব্ৰত মোৰ? কেনি গল তেওঁ?

চিত্ৰলেখা।—নহবাঁ বিভ্ৰম সখি! কাৰ সাধ্য, ভাঙ্গে আহি ব্ৰহ্মচৰ্য্যব্ৰত তোমাৰ? তুমি প্ৰখ্যাতা বলি ৰজাৰ নাতিনী হৈ কিয় এনে ভয়াতুৰা হৈছাঁ? যাক দেৱতায়ো ডৰায়, সেই বাণ ৰজাৰ জীয়াৰী হৈ তুমি কালৈ

ডৰাইছা ? জানা, সখি ! তোমাৰ পিতৃ মহাসুৰ বাণ-ৰজা সুৰাসুৰৰ অন্তক ; তেওঁৰ ভয়ত ত্ৰিভুবন কম্পমান ! তোমাৰ কি ভয় আছে ? আৰু সখি ! এইহেন সুৰক্ষিত পকী ভৱনৰ ভিতৰ সোমায়, কাৰ এনে সাহ ! নাই, সি অসম্ভৱ কথা । স্থিৰ হোৱাঁ, গমি চোৱাঁ সখি ।

উষা ।—(আতুৰ হৈ) সখি ঐ ! নামানে বুজনি মনে ! ভাষা নাই কৰলৈ অন্তৰৰ কথা !

চিত্ৰলেখা ।—কোৱাঁ সখি, যিবা পাৰাঁ, স্বৰূপ ঘটনা কথা । বিকাৰ নুবুজিলে বেজৰ মন্ত্ৰ নাখাটে ।

উষা ।—সখি ঐ ! কিনো কম দুৰ্ভাগ্যৰ কথা । টোপনিত বিৱশ হৈ থাকোতে এই অভাগিনীক এজন অচিনাকী মদনমোহন পুৰুষৰতনে সম্ভোগ কৰিলেহি ; ময়ো তেওঁক প্ৰাণভৰি উপভোগ কৰিলোঁ । মোৰ ব্ৰহ্মচৰ্য্যব্ৰত ভঙ্গ হল !

প্ৰজ্ঞা ।—কিনো কোৱাঁ সখি ! সি যে সপোন-সম্ভোগ । তাত কোনো অৰ্থ নাই । তাৰপৰা পাপৰ সঞ্চাৰ হব নোৱাৰে । সেইবাবে তোমাৰ ব্ৰহ্মচৰ্য্যব্ৰত ভঙ্গ হোৱা নাই ।

উষা ।—কিন্তু, হায় ! সপোন হলেও, মোৰ মানত সি ঠিক যেন লাগিছে । মোৰ সতীত্বহাৰী সেই কন্দৰ্পতনু পুৰুষৰত্নৰ সহবাসত মই ইপ্সিতভাৱে সঙ্গতা হৈছিলোঁ ! সেইভাৱে দূষিতা হৈ, মই সাধ্বী নামে কেনেকৈ জীৱনধাৰণ কৰিম ? মোৰ দেৱাৰি অৰিন্দম পিতৃৰ আগত মই কি বুলি মুখ দেখুৱাম ? মই যি স্থলত মোৰ এইহেন তেজিয়াল কুলৰ কলঙ্কিনী হলোঁ, সেই স্থলত মোৰ মৰণেই শ্ৰেয়ঃ ; মই আৰু জীয়াই থকাৰ সকাম নাই, সখি !

প্ৰজ্ঞা ।—হে কুমাৰি !—তুমি জীয়াৰী ; বোৱাৰী নহয় । তোমাৰ ব্ৰহ্মচৰ্য্যব্ৰত ভঙ্গ হব পাৰে, কিন্তু সতীত্ব নষ্ট হব নোৱাৰে ।

উষা।—হাঁয়! অবিবাহিতা জীয়াৰীৰ ব্ৰহ্মচৰ্য্যব্ৰত ভঙ্গ হোৱাৰ পাচত আৰু জীৱন-মাধুৰী নাথাকে। সাধ্বী, সতী, ব্ৰতাচাৰিণী জীয়াৰীয়ে হে জীৱনধাৰণ স্পৃহা কৰা শোভনীয়; কিন্তু এই স্খলিতা কুলাঙ্গাৰিণী কুমাৰীৰ সেই স্পৃহালৈ অধিকাৰ নাই। এতেকে, মোৰ মৰণেই হে গতি।

চিত্ৰলেখা।—প্ৰকৃততে পাপ আচৰিছা যদি, মৰণতো গতি নাই। জীয়াই থাকি তাক খণ্ডাবলৈ চোৱা হে যুক্তি।

প্ৰজ্ঞা।—সখি! তুমি অসৎ অভিপ্ৰায়ে স্ব-ইচ্ছাৰে এই কল্পিত দোষাচৰণ কৰা হলে, অৱশ্যে তোমাক তাৰ পাপে পৰশিলেহেঁতেন; কিন্তু সপোন-মোহত অনাহূত জনে তোমাৰ ৰতি চুৰ কৰিছে, গতিকে তোমাৰ ব্ৰতভঙ্গ ভ্ৰম মাথোন, সতীত্বহৰণ হোৱা নাই।

উষা।—সখি, মোৰ মনে নামানে সেই কথা। ভুলভ্ৰান্তিত হলেও, কৃত-দোষ খণ্ডন নাযায়।

প্ৰজ্ঞা।—কিন্তু, হে দেৱী! ধৰ্ম্মতঃ, বিপ্ৰৰ্ষিগণৰ মতে, যি নাৰী মন, বাক্য আৰু কৰ্ম্ম এই তিনিওৰে সৈতে দুষ্টা হয়, সেই নাৰী হে পাপাচাৰিণী আৰু পতিতা বুলি গণ্য। কিন্তু আমি জানোঁ, তুমি আজীৱন ব্ৰহ্মচাৰিণী তোমাৰ মন কাচিতো বিচলিত হোৱা আমি দেখা নাই;—তুমি কিয় দোষদুষ্টা হবাঁ? তুমি সতী, সাধ্বী, শুদ্ধচৰিত্ৰা আৰু মনস্বিনী; বিশেষ, তুমি নিদ্ৰাত অলস, বিৱশ, সংজ্ঞাশূন্য অৱস্থাত থাকোতে অযাচিতে তোমাৰ ব্ৰত ভঙ্গ হৈছে; এতেকে তোমাৰ ধৰ্ম্মলোপ হোৱা নাই। যি নাৰীৰ পূৰ্ব্বদুষ্ট মনে কৰ্ম্মৰ দ্বাৰাই আত্মদোষ সম্পন্ন কৰে, সেই নাৰী হে ভ্ৰষ্টা হয়; তোমাক সেই দোষে স্পৰ্শ কৰা নাই।

উষা।—সখি! তোমাৰ যুক্তি অৱশ্যে সাৰুৱা। তোমাৰ জ্ঞানগৰ্ভ উপদেশ নিশ্চয় গ্ৰহণীয়। কিন্তু, হেৰা, তেওঁতো বলেৰে মোৰ ব্ৰত ভঙ্গ কৰাহি নাই, ময়ো তো তেওঁক সংপ্ৰীতিৰে উপভোগ কৰিলোঁ। এনেস্থলত

সেই কাৰ্য্য মোৰ ইচ্ছাকৃত নহৈ কেনেকৈ পাৰে ? কেওঁ জানিবা যাচঞা কৰিছিলেই, মই গ্ৰহণ কৰিলোঁ। কিয় ? এতেকে, মই পতিতা নহম কিয় ?

চিত্ৰলেখা।—হে মোৰ সৰলা সখি ! তুমি আমাৰ কথাত পতিয়ন যোৱাঁ; আমি ডাঠি কওঁ, তুমি কোনো পাকে দুষিতা নোহোৱাঁ। প্ৰজ্ঞা সখীৰ সাৰুৱা যুক্তি অকাট্য বুলি মানিবাঁ।

উষা।—কিনো কম, সখি ঐ ! মনে যে নামানে !

চিত্ৰলেখা।—ভাল, এটা কথা মনত পৰিছে। এইবাৰ তোমাৰ মনে মানিব সখি ! মনত নপৰে নে সেই দেৱীদত্ত বৰ লাভৰ কথা ? তোমাৰ কঠোৰ তপস্যাত তুষ্ট হৈ, দেবী ভগৱতীয়ে বৰদান দিওঁতে তোমাক কি বুলি সমিধান দিছিল, এবাৰ সুমৰি চোৱাঁচোন।

উষা।—(ক্ষন্তেক টলকামাৰি বৈ) ওঁ, চাইছোঁ। পিচে ?

চিত্ৰলেখা।—পিচে, আজি বহাগৰ শুক্লা দ্বাদশী ৰাতি হয় নে নহয় ?

উষা।—[ অলপ জিকাৰ খাই উঠি ] হয় পিচে ?

চিত্ৰলেখা।—দেৱীৰ সুবচনেৰেই কওঁ, তুমি এই 'হৰ্ম্ম্যোপৰি নিদ্ৰিতা' আছিলা নে নাই ?

উষা।—আছিলোঁ। (মুখৰ বৰণ সলনি হৈ আহে )

চিত্ৰলেখা।—বাৰু, সমিধানত দেবীয়ে কোৱা নাই নে যে, সেই ছেগত যি জনে তোমাক ঋতুমতী অৱস্থাত স্ত্ৰী-ভাৱে উপনতা কৰিব, তেওঁৱেই তোমাৰ স্বামী হব বুলি ?

উষা।—ওঁ, কৈছিল। ( লাজুকীভাৱে তলমূৰ কৰে )

চিত্ৰলেখা।—তেন্তে আৰু তোমাৰ কি মাত আছে ?

প্ৰজ্ঞা।—নাই, এইবাৰ আৰু মাতিবলৈ ঠাই নাই। এইবাৰ কিস্তিমাত !

উষা।—( লাজুকীয়া মিচিকিয়নিৰে ) কিনো, মাতিম আৰু !

প্ৰজ্ঞা।—হে চন্দ্ৰমুখি! দেবীৰ বৰ নফলিয়াই পাৰে নে? তুমি মিছাতে কিয় শোকবিহ্বলা হৈছা? তুমি আপোন-পাহৰা হৈ, ঘটনাৰ আঁতি-গুৰি গমি নোচোৱাকৈ কিয় অধৈৰ্য্যা হৈছা? সামান্যা নাৰীৰ নিচিনাকৈ তুমি অবাবত কিয় বাউলী হৈছা?

উষা।—( প্ৰকৃতিস্থ হৈ ) বাৰু, সখি! দেবীৰ সেই বৰ অনুসাৰেই যেন মোৰ ভাবী বৰ লাভ হয়। বিগত ঘটনাৰ কথা এটি-এটিকৈ আটাইটি মোৰ স্মৰণত আহিছে। আৰু, দেখিছোঁ, তাৰ লক্ষণ এটি-এটিকৈ কাৰ্য্যত ফলিয়াব লাগিছে।

অপৰ সখী—তেনেহলেচোন সন্তাপৰ কাৰণেই নাই। আমাৰ মনেৰে সেই বাবে সখী কুমাৰীয়ে মনত আনন্দ হে পাব লাগে।

উষা —সঁচা। পিচে, দেবীৰ বৰদান সম্পূৰ্ণকৈ ফলিয়া নাই এথোন। মহামায়া দেবীয়ে যদি মোক সপোনত দিয়া সেই কন্দৰ্পতনু পুৰুষ-ৰতনকে মোৰ সতীত্বৰত্নৰ গৰাকী পাতি পঠিওৱাটো হয়, তেন্তে তেওঁ নো কোন্ মোক অনতিপলমে জানিবলৈ দিয়াহঁক।

প্ৰজ্ঞা।—হে সতি! তুমি এইদৰে বিমোহিতা হৈ আমাৰ প্ৰতি অসন্তৱ অনুৰোধ কিয় কৰিছা? তুমি যিজন নেদেখা-নুশুনা পুৰুষেৰে সপোনত উপনতা হৈছিলা যিজনে তোমাৰ ব্ৰহ্মচৰ্য্যব্ৰত ভঙ্গ কৰি সতীত্বৰত্ন হৰণ কৰিলে, সেই ৰতিচোৰৰ চিনাকি আমি কেনেকৈ দিম!—

উষা।—( চোৰ বোলা কথাষাৰ সহিবলৈ টান পাই ] নহয়, সখি! তেওঁ চোৰ নহয়।

চিত্ৰলেখা।—সখী ঐ! তুমি দেখোন এতিয়া প্ৰেমভৰত তন্ময় হৈ তেওঁক চোৰ বুলিবই নোখোজা! তেওঁক বলাতকাৰী ডকাইত বুলিবলৈকো টান পাইছা; আৰু তুমি যে তেওঁৰ আলিঙ্গনবগৰা অব্যাহতি পাবলৈ বুলি ৰোদন কৰি থাকোতেও, তোমাক ৰুদতী অৱস্থাত, চলত পাই

ৰলেৰে উপভোগ কৰিলে, তাকো অস্বীকাৰ কৰিববৈ আওপকীয়াকৈ উদ্যত হৈছাঁ! ইমান মোহ!

প্ৰজ্ঞা।—সি যি কি নহওক, যিজনে এই সুৰক্ষিত অন্তঃপুৰলৈ অকলশৰে প্ৰৱেশ কৰি তোমাহেন সাধ্বীৰ সতীত্ব হৰণ কৰিববৈ সাহ কৰিলে, তেওঁ কোনোবা প্ৰকৃত মানৱ হয় যদি আমি কেনেকৈ কম! ভীমবিক্ৰমশালী আদিত্য বসু আৰু ৰুদ্ৰগণ, কিম্বা মহাতেজসম্পন্ন অশ্বিনীকুমাৰযুগলেও যি পুৰত প্ৰৱেশ কৰিববৈ সাহ নকৰে, সেই এই কন্যাপুৰত যিজনে অদৃশ্য আৰু অশ্ৰুতভাৱে প্ৰৱেশ কৰিলেহি, তেওঁ যে সাধাৰণ বীৰ, বা সামান্য নৰ নহয়, তাত সন্দেহ নাই। যি জনে এই কন্যাপুৰৰ অদ্ভুত অগ্নিগড় লঙ্ঘন কৰি অভেদ্য অন্তঃপুৰত সোমাই দুৰ্জ্জয় বলিনন্দন সহস্ৰভুজ বাণ মহাসুৰৰ দৰ্প চূৰ্ণ কৰিলেহি, তেওঁ যে অশ্বিনীকুমাৰদ্বয়তকৈও বিশিষ্ট, তাক আৰু কব লাগিছে নে? সপোনত হলেও তোমাৰ ভাগ্যেৰে হে তেনেজন পুৰুষৰত্নৰে তুমি সঙ্গতা হৈছিলা!

অপৰ সখী।—সঁচা, যাৰ ভাগ্যত এনেহেন অসামান্য পুৰুষ অযাচিতে স্বামীলাভ হয়, নাৰীৰ মাজত তেওঁ মহা ভাগ্যৱতী। হে কুমাৰি! তুমি যে হৰ-গৌৰীৰ প্ৰসাদস্বৰূপ সেইহেন কন্দৰ্পতনু পতি লাভ কৰিববৈ পাইছিলা, সেইবাবে তুমি নিজকে ধন্যা মানিবলগীয়া। পিচে, এতিয়া সেই পুৰুষৰত্নৰ নাম-ধাম কুল-শীলতা আৰু বংশগৌৰৱৰ বিষয়ে জানিব পাৰিলেই হয়।

উষা।—[অধিকতৰ অধীৰা হৈ] সখিহঁত ঐ! তাকে তো কৈছোঁ, বোলোঁ। মোৰ সেই প্ৰাণধনৰ পৰিচয় মই কি উপায়ে পাওঁ এতিয়া? সেই পৰিচয় দি মোৰ প্ৰাণ ৰক্ষা কৰিববৈ উপায় বিধান কৰাহঁক।

প্ৰজ্ঞা।—[চিত্ৰলেখালৈ আঙুলিয়াই] সেই জীৱনৰক্ষক কৱচ এওঁ সখীৰ ওচৰত যাচঞা কৰিলে হে যদি লাভ হয়। কিয়নো, বিচিত্ৰা চিত্ৰলেখাৰ অবিদিত একো নাই। পাখিলগা পৰীপ্ৰতিম চিত্ৰলেখাৰ পক্ষে অগম্যপুৰ

নাই। তেওঁ অসাধ্যক সাধ্য কৰিব পাৰে। এতেকে, তোমাৰ তেওঁৰ পৰিচয় দানৰ বাবে সখী চিত্ৰলেখাৰ গালৈ পাৰ হোৱাই ভাল।

উষা।—[চিত্ৰলেখাৰ প্ৰতি] হে মোৰ প্ৰাণসখি! মোৰ অন্তৰৰ অনুৰোধ তোমাৰ অন্তৰে অৱশ্যে বুজিছে, ভাঙ্গি নকলেও হব। এতিয়া, মোৰ সেই মত্তমাতঙ্গবিক্ৰমী কমনীয় কান্তি কন্দৰ্পতনু প্ৰাণাধিক প্ৰাণেশ্বৰৰ প্ৰকৃত পৰিচয় দান কৰি তুমি মোৰ প্ৰাণ ৰক্ষা কৰাঁ।

চিত্ৰলেখা।—হে মহাসতি! মই নো কি উপায় দিবৰ পাত্ৰী? তুমি যিজন অনুপম পুৰুষৰ পৰিচয় দিবলৈ কৈছাঁ, স্বৰূপত মই তেওঁৰ সম্বন্ধে একো নাজানোঁ। তথাপি, মোৰ ক্ষুদ্ৰ মতি অনুসাৰে, তোমাৰ মনোৰথ পূৰ্ণ কৰিবলৈ মই মনে মনে উপায় চিন্তা কৰিবই লাগিছোঁ।

উষা।—সখি ঐ! কোৱা ভাঙ্গি, কি উপায় চিন্তিছা তুমি। নকৰাঁ পলম। পলম আৰু এই প্ৰাণত সহ্য নহয়!

প্ৰজ্ঞা।—পলম আমাৰো সহ্য হোৱা নাই। সখী চিত্ৰলেখাই তেওঁৰ চিন্তাৰ কথা অনতিপলমে ভাঙ্গি কলে আমিও নিঃচিন্তা হব পাৰোঁহক।

চিত্ৰলেখা।—[উষাৰ গাত ধৰি] নহবা অধীৰা সখি! অধৈৰ্য্যই শুভফল নিলগাই হে নিয়ে। মোৰ উপায়-চিন্তাৰ কথা ভাঙ্গি কওঁ, শুনা:— মই ইয়াকে পাঙ্গিছোঁ, দেৱ, দানৱ, যক্ষ, উৰগ, ৰাক্ষসগণৰ মাজত যি সকল প্ৰভাৱস্বৰূপ আৰু অভিজাত্য গুণত বিশিষ্ট; মানৱৰ মাজতো যি সকল কুল-শীল-মান-মৰ্য্যাদা আৰু ৰূপ-গুণ-গৌৰৱত প্ৰখ্যাত, সেইসকলৰ স্বৰূপ অনুকৃতি, মোৰ সাধ্যানুসাৰে চিত্ৰপটত চিত্ৰিত কৰি আনি তোমাৰ আগত দাঙ্গি ধৰিমহি; তাৰপৰা, পোৱা যদি, পটস্থ তোমাৰ প্ৰাণপতিক তুমি নিজে বাছি উলিয়াবাঁ। ইয়াত বাজে মোৰ আৰু আন উপায় নাই। আজিৰপৰা সাত দিনৰ ভিতৰত এই কাৰ্য্য সমাধা কৰি পট প্ৰদৰ্শনলৈ প্ৰতিশ্ৰুতি দিছোঁ। সম্প্ৰতি ইমানতে আশ্বাস মানি তুমি স্থিৰ থাকিবাঁ। নিজৰ মনক নিজে বুজাই নাৰাখিলে আনৰ বুজনিয়ে বলে

নোৱাৰে। আজিলৈ ইমানতে এৰোঁহঁক।—সোৱা, চোৱাঁ, [বাহিৰলৈ আঙ্গুলিয়াই] তোমাৰ স্বনাম্নী উষাদেবীয়ে শুভযাত্ৰাৰ পোহৰ বিতৰণ কৰিছে! আহাঁহঁক, আমিও এই ছেগতে বাহিৰলৈ ওলাই উষা-যাত্ৰা কৰি থওঁ। [সকলোটিৰ প্ৰস্থান]

---

## পঞ্চম গৰ্ব্ভাঙ্ক।

দৃশ্য,—ভৈৰবী কুণ্ড।

[বাণৰজা অকলশৰে]

বাণ।—হাঁয়! নিমিলিল আজিও মোৰ বাঞ্ছিত মহাৰণ! মিলিব কেতিয়া, তাৰো কোনো সন্দেহ নাপাওঁ! মিলিব যে ধ্ৰুৱপ, তাকো নিশ্চয়কৈ কব নোৱাৰো! হৰদত্ত বৰলাভ অনুসৰি, সেই আগন্তুক মহাৰণৰ সঙ্কেত মাথোন পোৱা গল; কিন্তু অদ্যাপি সি কাৰ্য্যত পৰিণত নহল! আজিকোপতি সেই কল্পিত যুদ্ধৰ প্ৰত্যক্ষ আগন্তুক দেখা নগল! আজিও মোৰ ৰণতৃষ্ণা মৃগতৃষ্ণিকাৰ গৰ্ত্ততে ৰল! [চিন্তাযুত] (হতাশত উন্মত্ত হৈ) নাই, মোৰ ৰণ-কামনা পূৰ্ণ হোৱাৰ সম্ভাৱনা নাই। মোৰ অন্তৰৰ অনিৰ্ব্বাৰ্য্য ৰণলীপ্সা নিৰ্ব্বাপিত হোৱাৰ আগন্তুক নাই! মোৰ সৰ্ব্বাঙ্গশোহী ৰণতৃষ্ণা পৰিতৃপ্ত হোৱাৰ আৰু আশা নাই! দেৱতাৰ বৰদান দ্ব্যৰ্থবোধক বুলি মোৰ বিজ্ঞ মন্ত্ৰীয়ে মোক স্বৰূপ বোধ দিছিল। দেৱদত্ত বৰলাভ সততে হেতুমূলক হোৱাৰো সেয়ে অৰ্থ। মোৰ আৰু বুজিব লৈ বাকী নাই। মই দেৱতাৰ অভেদ্য প্ৰতাৰণাত পৰি, ভণ্ড-তপসীৰ ভাও দিব লগাত পৰিলোঁ!—কিন্তু, কি আশ্চৰ্য্য, মোৰ চিৰ-আৰাধ্য চিৰ-পূজিত ইষ্টদেৱতা হৰ-মহেশ্বৰেও মোক প্ৰতাৰণা কৰে! কৰোক তেওঁ যি কৰে, নাভাবোঁ সেই বিষয়ে আৰু।

নকৰোঁ বিশ্বাস আৰু দেৱতাৰ অলিক আশ্বাসত। নকৰোঁ প্ৰতীক্ষা আৰু হৰদত্ত কল্পিত ৰণ। মই স্বয়ং মোৰ মনোমত ৰণ আহ্বান কৰি লম। সেই অৰ্থে মই অচিৰে দিগ্বিজয়লৈ যাত্ৰা কৰিম। তাত হে মোৰ গৌৰৱ। তাত হে মোৰ যথাৰ্থ যশস্যা তাত হে মোৰ প্ৰকৃত পুৰুষালি! আক্ৰমণত হে বিক্ৰম, বিক্ৰমত হে বীৰত্ব, আৰু বীৰত্বত হে মহত্ত্ব প্ৰকাশ পায়। আক্ৰমণত প্ৰতিবন্ধক জন্মোৱাটো আত্মৰক্ষাৰ প্ৰক্ৰিয়া মাত্ৰ; তাক যেয়ে-সেয়ে অৱলম্বন কৰে। তাত প্ৰকৃত বিক্ৰম নাই, আচল বীৰত্ব নাই, যথাৰ্থ মহত্ত্ব নাই। তেনেকুৱা কাপুৰুষৰ মহতালি বাণে বাঞ্ছা নকৰে; তেনে আত্মৰক্ষাৰ ব্যৱস্থাত ধৰিবলৈ বাণে বাহু নোতোলে; তেনে আক্ৰমণত প্ৰতিবন্ধক জন্মোৱা ৰণক বাণে ৰণ নোবোলে! বাণে বিচাৰে আক্ৰমণকাৰী হবলৈ; আক্ৰান্ত হবলৈ বাণে নিবিচাৰে। বাণৰ বীৰত্ব শত্ৰু নাশি খেদি যোৱাত, বাণৰ মহত্ত্ব দুৰ্গ ভাঙ্গি প্ৰৱেশ কৰাত; বাণে ৰণত পিঠি নেদেখুৱায়, বাণে আৰু গড় মাৰি আত্মৰক্ষা নকৰে! মই যদি বলিনন্দন বাণ হওঁ, তেন্তে তেনে কাপুৰুষৰ দুৰ্ব্বল চিন্তাই মোৰ মনত ঠাই পাব নোৱাৰে। মই যদি স্বৰূপতে সহস্ৰভুজ নামৰ যোগ্য হওঁ, তেনেহলে দেৱতাৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰি নিশ্চেষ্ট হৈ বহি থকা মোৰ পক্ষে বীৰোচিত কাৰ্য্য নহব। মই আত্মনিৰ্ভৰ গুণৰ বলেৰে তুৰন্তে ৰণ-যাত্ৰালৈ আয়োজন কৰিম; মই আত্মবাহুবলেৰে স্বয়ং ৰণ-অন্বেষণ কৰি লম। কাৰো আশ্বাসত আৰু মই বিশ্বাস নকৰোঁ। কাৰো পৰামৰ্শলৈ আৰু মই কাণ নাপাতোঁ। ই ধ্ৰুপ। ইয়াৰ অন্যথা নহব।

(হুঙ্কাৰ ছাবি) পূবৰ সূৰ্য্য যদি পছিমে উদয় হয়, মোৰ এই সংকল্পৰ ব্যতিক্ৰম নহয়! (ফোঁপাবলৈ ধৰে)

(উগ্ৰমূৰ্ত্তি ধৰি) উহঃ মই এতিয়াও মোত, আছোঁ। এতিয়াও মোৰ স্বৰূপ চৰিত্ৰ বিচলিত হোৱা নাই। মোৰ মন-প্ৰাণ এতিয়াও ৰণমদত উন্মত্ত! এতিয়াও মোৰ সিৰে সিৰে বীৰতেজ বব লাগিছে! মোৰ নামত আজিও ত্ৰিভূৱন কম্পমান্! মোৰ আগত আজিও দেৱতাগণ ত্ৰস্তমান্! এনে-স্থলত মই নিশ্চেষ্ট হম? এনে ক্ষণত মোৰ অপ্ৰতিহত জ্বলন্ত উদ্যম নিস্তেজ হবলৈ দিম?—কেতিয়াও নহওঁ; কাচিতো নিদিওঁ। অৱশ্যে, দেৱতাৰ আশ্বাসত বিশ্বাস কৰি বহি থকাটো, মোৰ পক্ষে কাপুৰুষৰ কাম হৈছে। পুৰুষৰ পুৰুষাৰ্থ নকৰি, দেৱতাৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰাটো মানৱৰ অযোগ্য কৰ্ম্ম; তাত নিশ্চয় মনুষ্যত্ব নাই। মই তেনে অমানুষিকতাৰ পৰিচয় দিয়াতকৈ মোৰ মৰণেই শ্ৰেয়ঃ! হৰদত্ত বৰলাভ কেতিয়াকৈ কাৰ্য্যত ফলিয়াব, তাৰ নিশ্চয়তা নাই। তাৰ অৰ্থে ক্ষণ গণি কালহৰণ কৰা আৰু বিধেয় বোধ নকৰোঁ। মোৰ প্ৰবাহিত ইচ্ছাৰ গতিৰোধ কৰি ৰখা আৰু উচিত বোধ নকৰোঁ। সেই ইচ্ছাৰ সোঁতত অস্বাভাবিক ভাৱে ভেটা দি ধৰিলে, সি মোৰ দৈহিক ক্ষেত্ৰৰ পাৰ ভাঙ্গি আত্মৰাজ্য প্লাবিত কৰিব! তাৰ পৰিণামত নিজকৰ্ম্মক্ষেত্ৰত নিজে ধল-বিপ্লৱ ঘটোৱা হব; নিজ অস্ত্ৰেৰে নিজক নিপাত কৰাৰ তুল্য হব! (চিন্তাযুত)

আন হাতে, হব পাৰে ই মোৰ পক্ষে অগ্নিপৰীক্ষা। মোৰ বাহুবল আৰু মনোবলৰ মাজত সামঞ্জস্য কিমান, তাৰ পৰীক্ষাৰ্থে

হব পাৰে ই এক দৈবিক প্ৰক্ৰিয়া। নহলে, আজি মোৰ এনে বিষম সমস্যা ঘটিব কিয়? অহঃ! এহাতে, মোৰ সহস্ৰভুজবল পৰিমিত বীৰতেজ প্ৰতিসিৰে বব লাগিছে, আনহাতে দেৱতাৰ দ্ব্যৰ্থবোধক আশ্বাসত বিশ্বাস মানি ৰোৱাৰ বাবে মোৰ প্ৰবাহিত মনোবলৰ সোঁত অযাচিতে থমক। খাই ৰৈছে। এনে-ভাৱে কালযাপন কৰা মোৰ পক্ষে আৰু অসম্ভৱ হৈ উঠিছে। মোৰ মনত আজি এদিনে এযুগ যেন লাগিছে! মোৰ মনে আৰু প্ৰবোধ নমনা হৈ উদ্বাউস দি উঠিছে! মই আৰু বুদ্ধি পৰামৰ্শলৈ অপেক্ষা কৰিব নোৱাৰোঁ। দৈবিক ছেগ আৰু মই প্ৰতীক্ষা নকৰোঁ। যাওঁ, আৰু পলম কৰাৰ প্ৰয়োজন নাই; অনতিপলমে দিগ্বিজয়লৈ যাত্ৰা কৰোঁগৈ।—মোৰ মনোমত ৰণ মই অন্বেষণ কৰি লওঁগৈ। ( উত্ৰাৱল হৈ সবেগে প্ৰস্থান )

---

## ষষ্ঠ গৰ্ভাঙ্ক।

—:০:—

উষা-অন্তঃপুৰ,—বুলনী।

( প্ৰজ্ঞা প্ৰমুখ্যে সখীসৱপৰিবৃতা উষাদেৱী )

( সখীসৱে নাচি-নাচি নাম গায় )

নাম।

চোতাল-আগতে কাউৰীজনীয়ে
কৰচি কৰচি কয়।
কাৰে নো বাতৰি কোনোবা ফালৰে
শুভ কি অশুভ অই॥
কুলাৰে আগতে চাউল এমুঠি
দিলো ভাগে-ভাগেকই।

মঙ্গলী পথীৰে ঠোঁটতে বাছি ললে
মঙ্গল ভাগকে অই ॥
চিন্তা নকৰিবা, —পূৰিব কামনা,—
বাণৰে জীয়াৰী হই।
শুভৰে' চিনাকি পালোঁ। মঙ্গলত
নহবা বিততা অই ॥

( নাচনীহঁত নাচি ২ অন্তৰ্হিত )

উষা।—( প্ৰজ্ঞাৰ ডিঙ্গিত ধৰি ) সখি ঐ ! কিনো কম ! নামানে বুজনি মনে ! নাপাওঁ একোতে শান্তি ! মাথোঁ, সখী চিত্ৰলেখা কেতিয়া পায়হি তাৰে হে ক্ষণ গণিব লাগিছোঁ।

প্ৰজ্ঞা।—সখি ! আজি সেই সাদিনৰ শেহদিন। সখী চিত্ৰলেখা অৱশ্যে ওলাবহি ! ওলায়হি হে লাগে। আৰু ক্ষন্তেকমান ধৈৰ্য্য ধৰা ;

উষা।—সখি ঐ। এদিনে এযুগ যেন লাগিছে মনত। মুহূৰ্ত্ত নাযায়-হুপুৰায় ! পলম নসহে প্ৰাণে !

প্ৰজ্ঞা।—সঁচা, চাপেমানে কায, লাগি যায় দুৰৈ দুৰৈ ! তথাপি,—(চিত্ৰলেখাৰ প্ৰৱেশ ) এ হে, ! নাম লওঁতেই ওলালেহি চিত্ৰলেখা ! বহুদিন জীবা, সখি, তুমি।

উষা।—( আবেগ সহকাৰে ) আনিছাঁ নে সখি ! আনিছাঁ নে চিত্ৰপট ?

চিত্ৰলেখা।—আনিছো সখি ! এইখন চিত্ৰপট ( মেলি দেখুৱায় ) সাধ্যমানে আঁকিছোঁ, সখি, সাদিন সাতৰাতি সুমৰি সুমৰি,—দেৱ. দানৱ, কিন্নৰ, উৰগ, যক্ষ, ৰাক্ষস, গন্ধৰ্ব্ব, অসুৰ, দৈত্য, মানৱ,—সবাৰে মাজৰ বাছি বাছি ৰূপ গুণ-শীল-কুল মৰ্য্যাদাবিশিষ্ট বাছকবনীয়া পুৰুষসকলৰ প্ৰতিকৃতি হু-বহুকৈ আঁকি আনিছোঁ। এতিয়া, লোৱাঁ, এইচিত্ৰপটত চাই চাই, পোৱাঁ যদি, তোমাৰ ৰতিচোৰ প্ৰাণপতিক বাছি লোৱাঁ।

উষা।—( অতিশয় ব্যগ্ৰতাৰে সৈতে চাই চাই চাই ) ক'তা, সখি, নাই-চোন ! এই চিত্ৰপটত মোৰ চিত্তপটৰ প্ৰাণধনক নাপাওঁচোন বিচাৰি !

চিত্ৰলেখা।—চাই যোৱাঁ। চাবলৈ আৰু বহু বাকী ৰৈছে। অধীৰা নহবা, সখি ! মন পাৰি চাই গৈ থাকাঁ।

উষা।—( আকৌ একান্তমনেৰে চাই চাই চাই ) নাই সখি ! নাই মোৰ সেই সপোনৰ ধন !

চিত্ৰলেখা।—চাই গৈ থাকাঁ। অন্ত পৰা নাই এথোন। এতিয়াও বাকী।

উষা। –( পুনৰপি একাগ্ৰপতীয়াকৈ চাই গৈ গৈ, ঠমকৃথাই ৰৈ, আচৰিতভাৱে ) এওঁ কোন্, কোৱাঁ সখি ! কোন্ এওঁ মহাপুৰুষ ?

চিত্ৰলেখা।—( সভক্তিৰে ) এওঁৰেই দ্বাৰকেশ্বৰ ৰুক্মিণীনাথ দৈবকীনন্দন বাসুদেৱ ভগবান শ্ৰীকৃষ্ণ !

উষা।—[ শ্ৰীকৃষ্ণচিত্ৰ শিৰত তুলি লৈ, আৰুবাৰ আশান্বিত অন্তৰে চাই গৈ গৈ চক্ খাই উঠি ] এওঁ বা কোন্ পুৰুষোত্তম ? ভগবান শ্ৰীকৃষ্ণ-অনুৰূপৰ সমকক্ষ যেন দেখা যায়।

চিত্ৰলেখা।—এওঁ শ্ৰীকৃষ্ণতনয় ৰুক্মিণীনন্দন প্ৰদ্যুম্ন কোঁৱৰ। এওঁৰ অপৰ নাম কামদেৱ।

উষা।—[উলাহত উজ্জ্বলথুজুলভাৱে চাই গৈ থাকোতে চমকৃথাই উঠি ] সখি ! সখি ! এয়া, এয়া, এয়া পালোঁ ; পালোঁ মোৰ সপোনৰ ধন ! এওঁৱেই মোৰ সেই সতীত্বগ্ৰাহী স্বামী-দেৱতা। [ চিত্ৰপটে সৈতে ছবিটি বুকুত সাবটি ধৰি ] কোন্ এওঁ ? কিবা নাম ? কাৰ পুত্ৰ ? কোন্ কুলৰ তিলক ? কোন্ বংশৰ গৌৰৱ ? কোৱাঁ, সখি, ভাঙ্গি সবিশেষ ; কোৱাঁ অনতিপলমে।

চিত্ৰলেখা।—এওঁ যদুকুলতিলক বৃষ্ণিবংশাৱতংশ দৈবকীনন্দন বাসুদেৱ শ্ৰীকৃষ্ণ আৰু কামৰূপৰ বিদৰ্ভাপতি ভীষ্মক ৰজাৰ জীয়াৰী ৰুক্মিণী দেৱীৰ

জ্যেষ্ঠপুত্ৰ প্ৰদ্যুম্ন কোৱঁৰৰ সুযোগ্য তনয় শ্ৰীমান্ অনিৰুদ্ধ কুমাৰ। ৰূপ-গুণ গৌৰৱ, কুল-শীল-মান আৰু বুদ্ধি-বল-কৌশলত এওঁৰ সমান ত্ৰিভুবনত নাই !

উষা।—[ হৰ্ষবিহ্বলা হৈ ] সখি ঐ ! জঁয় পৰা লতাত জীপ দিলাঁ তুমি ! এতিয়া ৰাখা তাৰ প্ৰাণ। দিয়া আনি তৰু তাৰ, বগাওক সি মেৰাই মেৰাই ! সখি, তুমিয়েই হে এই দাম্পত্য বন্ধনৰ মূলসূত্ৰ হলাঁ। যাতে এই পতিহীনাৰ গতি হয়, তাৰ যুগুত উপায় বিধান কৰাঁ। সখি ! তুমি আকাশী দূতী ; তুমি যোগিনী, মায়াবিনী আৰু উপায়-কৌশলকুশলা অদ্বিতীয়া বুদ্ধিমতী নাৰী। এই কাৰ্য্য তোমাৰ সাধ্যাতীত নহয়। হে মোৰ প্ৰাণসখি ! তুমি মোৰ প্ৰাণপতিক আনি মিলাই দি এই দহিত দেহা ৰক্ষা কৰাঁ। নতুবা তোমাৰ সাক্ষাতে মই এই প্ৰাণহীন অসাৰ তনু ত্যাগ কৰিম। চাই থাকাঁ তুমি।

চিত্ৰলেখা।—হে দেবী ! হে কল্যাণি ! তুমি গুণৱতী আৰু জ্ঞানৱতী নাৰী। অবুজ নহবাঁ। তোমাৰ এই অনুৰোধ ৰক্ষা কৰা মোৰ পক্ষে অসাধ্য ; অপৰলৈকো দুঃসাধ্য। কিয়নো, বাণনগৰী যিৰূপ সুৰক্ষিত, দ্বাৰকানগৰীও তদ্ৰূপ সুৰক্ষিত। এই কান্যাপুৰ প্ৰৱেশ যিৰূপ অসাধ্য ; দ্বাৰকাৰ দ্বাৰাৱতী প্ৰবেশো তদ্ৰূপ অসাধ্য। এই নগৰী যিৰূপে অগ্নিগড়েৰে ৰক্ষিত, সেই নগৰীও সেইৰূপে সাগৰেৰে সুৰক্ষিত। ইয়াত কন্যাপুৰলৈ যেনে, তাত সেই কুমাৰপুৰলৈ প্ৰৱেশৰো তেনে গুপ্তদ্বাৰ আছে। এই কন্যাপুৰৰ অগ্নিগড়ৰ কোঁঠত যিভাৱে দানৱেশ্বৰ বাণ ৰজাৰ কিঙ্কৰ সেনানীগণ ৰক্ষক বৈছে, কুমাৰপুৰৰ সাগৰ-যমুনাকুলতে সেইভাৱে যাদৱেশ্বৰ শ্ৰীকৃষ্ণৰ বৃষ্ণিকুমাৰ সেনাগণ ৰক্ষক আছে। সেই কুমাৰপুৰ অতি দুৰ্ভেদ্য। সেই পুৰত ভেদ কৰি কুমাৰক হৰণ কৰে, এনে কাৰ সাধ্য !

উষা।—( হতাশত বাউলী হৈ ) সখি ঐ ! এই অবুজন মনে আজি

একোকে নুবুজে, একোকে নামানে! বুজে আৰু মানে মাথোন মোৰ প্ৰাণেশ্বৰ কুমাৰক। বুজনিৰ প্ৰয়োজন নাই সখি। তুমি যোগিনী আৰু মায়াবিনী; তোমাৰ যোগবল আৰু মায়াবলেৰে সেই অসাধ্য প্ৰৱেশ সুসাধ্য কৰি লোৱাঁগৈ। কিনো কম অন্তৰৰ কথা! মই আৰু মোত্ নাই! মোৰ মন-প্ৰাণ গৈ সেই অদৃশ্য অশ্ৰুত বৃষ্ণিকুমাৰত প্ৰবিষ্ট। যদি হে মোৰ সেই কন্দৰ্পতনুকুমাৰক আনি দিবহি নোৱাঁৰা, তেন্তে অনতিপলমে মোৰ জীৱন-সামৰণ দেখিবাঁ! ইমানতে সবিশেষ বুজিবাঁ। তুমি নিজে বুদ্ধিমতী; তোমাক নো কি বুদ্ধি দিম! বিশেষণত সবিশেষ বুজিবাঁ। আৰু বুজিবাঁ, জীৱনৰ সন্দেহ হলে কুলো ক্ষয়প্ৰাপ্ত হয়; কিয়নো মদনপীড়িতা কুল-মৰ্য্যাদাৰ প্ৰতিও সময়ত অন্ধা হয়। গতিকে, মোৰ মৰণেই শ্ৰেয়ঃ।

চিত্ৰলেখা।—( বিষোৰ হৈ ) কি কৰোঁ!

উষা।—অসাধ্যক সাধ্য কৰিবাঁ। তোমাৰ বুদ্ধিৰ অগোচৰ নাই। তোমাৰ কৌশলে ধৰিব নোৱাৰা একো নাই, সখি!

চিত্ৰলেখা।—সখি! মোৰ বিষম সমস্যা! মোৰ দুইনাৰত দুইভৰি! এহাতে, অনিৰুদ্ধ অনয়ণ অসাধ্য সাধনা; আনহাতে, তোমাৰ অমিয়া অনুৰোধ লঙ্ঘন কৰা সাধ্যাতীত কাম! ইকাতি হলেও বুৰোঁ, সিকাতি হলেও উৰোঁ! মৰণলৈ মই নডৰোঁ, সাধনা সিদ্ধি হয় যদি। হয় নহয় সি অজ্ঞাত ভৱিষ্যতৰ গৰ্ভত। আগধৰি সেই ফলাফল জানিবৰ উপায় নাই। অথচ, নানামিলে পানী কিমান দ, তাকো বুজা নাযায়! সাঁতৰি সাগৰ পাৰ হব পাৰোঁ নোৱাৰোঁ নামি চাবলগীয়া হল। সিপাৰ হৈ লব পাৰিলে অৱশ্যে ইপাৰলৈ উলটিবলৈ দুঃসাধ্য নহব। এতেকে,

ঘি কৰে ঈশ্বৰে, গুলালোঁ দ্বাৰকালৈ। আশীৰ্ব্বাদ কৰিবাইক, যেন অভেদ্য দ্বাৰাৱতী ভেদ কৰি কৃষ্ণনাতি অনিৰুদ্ধ কুমাৰক হৰণ কৰি আনি, বলিনাতিনী উষা কুমাৰীৰে সৈতে মিলন ঘটাবহি পৰোঁ।—আহোঁ, বিদায় হে এতিয়া।

( চিত্ৰলেখাৰ প্ৰস্থান )

প্ৰজ্ঞা।—স্থিৰ হোৱাঁ এতিয়া সখি! আমিও এফেৰি নিশ্চিন্তা হলোঁ।

উষা।—পাৰ্য্যমানে ৰয় স্থিৰে, সখী চিত্ৰলেখা ঘূৰি আহেমানে।

অপৰ সখী।—বেচ কথা। উঠাইক, ফুৰি আহোঁ ফুলনি মেৰাই।

(সকলোটিৰ প্ৰস্থান)

—:০:—

২য়, অঙ্কপাত।

## ৩। অঙ্ক।

### প্ৰথম গৰ্ভাঙ্ক।

দ্বাৰাবতী,—অনিৰুদ্ধ কুমাৰৰ শয়নকক্ষ।

(সোণালি পালোঙ্গত পৰি কুমাৰ টোপনিত লালকাল)

অনিৰুদ্ধ।—(সপোনৰ উদ্বেগত চাঁত্ কৰে সাৰ পাই উঠি) ইকি! ইকি অভাবনীয় সম্ভোগ! কোন্ তেওঁ মোৰে সৈতে সঙ্গতা হৈছিল হি? তেওঁ দেৱী নে মানৱী গন্ধৰ্ব্বী নে কিন্নৰী? দানৱী নে যাদৱী? যেয়ে হওক তেওঁ,—তেওঁ মোৰ প্ৰেমৰ পুতলি! তেওঁ মোৰ প্ৰাণৰ ঈশ্বৰী। নতুবা, তেওঁ কোন্?—ডাকিনী নে যোগিনী? নাই, কামৰূপীয়া মায়াবিনী? যেয়ে কি নহওক তেওঁ,—তেওঁ মোৰ প্ৰেমচুম্বকী, তেওঁ মোৰ হৃদয় ৰাজাৰ অধিশ্বৰী। অহ! মই যেন মোত্ আৰু নাই। —মই আছোঁ ক'ত? কিবা ৰূপে? কিবা হৈ?—যতে আছিলোঁ, ততে আছোঁ মই; কিন্তু তেওঁ ক'ত? তেওঁক নেদেখোঁ যে এতিয়া! তেওঁ গল কলৈ? মোৰ প্ৰাণ লৈ তেওঁ পলাল কেনি? ই দিঠকৰ দৃশ্য নহয় নে কি? ই সপোনৰ মায়া নে কি?—সপোন যদি, মই সেই অতৃপ্ত সম্ভোগৰ ৰমণীয় অনুভৱত নিৰ্লিপ্ত হব পৰা নাই কিয়?—মই তেওঁৰ কমনীয় কান্তি বিস্মৃত হব পৰা নাই কিয়? —হায়! বিস্মৃত হম কিমতে, তেওঁ যে মোৰ সমস্তকে হৰি নিলে! এতিয়া তেওঁৰেই মই, ময়েই তেওঁ, তেওঁক সুমৰিমেই বা কি?—অহ! কিনো ভুবনমোহিনী ৰূপ!

এনে ৰূপত মোহ নাযাব কোন্? কিনো অনুপম প্ৰেম! এনে প্ৰেমত নপমিব কোন্? কিনো নিৰুপমা কান্তি!—এনে কান্তিত নমজিব কোন্? (ক্ষন্তেক টলকা মাৰি ৰৈ) সপোন হলেও, সেই ৰূপৱতী যুৱতীৰ অস্তিত্ব অলীক হব নোৱাৰে। সপোনৰ চিত্ৰ দিঠকৰ দৃশ্যৰ প্ৰতিৰূপ মাথোন। সততে, মানুহে দিঠকত যি ভাবে, সপোনত তাকে অভিনয় দেখে। দিঠকৰ অতৃপ্ত বাসনা অতিপাত্ হলে, সপোনত তাৰ পৰিতৃপ্তি লাভ হয়? তেন্তে মোৰ তেওঁৰো অলীক হব নোৱাৰে। হলে, তেওঁ মায়াবিনী হব পাৰে; কিন্তু কাল্পনিক হব নোৱাৰে। তেনেহলেও নো ৰাৰু তেওঁ কোন?—তেওঁ কোন অঞ্চলৰ মায়াবিনী? মোৰ হৃদয় তেওঁ কেনেকৈ হৰিবলৈ পালেহি। মইতো কাচিতো তেওঁক দিঠকত দেখা নাই; তেওঁক ভাবিমেই বা কেনেকৈ? দিঠকত তেওঁৰ প্ৰতি আসক্তি জন্মিবলৈকো তেওঁ তো মোৰ মনশ্ৰুতিতো নাছিল? তেন্তে নো সেই তৃপ্তি, এই অতৃপ্তি, সেই অনুপম সম্ভোগ সপোনত কেনেকৈ ফলিয়াবলৈ পালে?—ই কি অদ্ভূত কাণ্ড!—অসত্য সত্য হয়, অসম্ভৱ সম্ভৱ হয়! ই মাথোন মায়াকাননত হে সম্ভৱ, অন্যত্ৰ অসম্ভৱ। মৰ্ত্ত্যত সম্ভৱ হলে হব পাৰে, একমাত্ৰ মায়াপুৰ কামৰূপত। কামৰূপ হেনো মায়াবিনী মানবীৰ বিহাৰভূমি। সেই অঞ্চলৰ মায়াবিনী নাৰীয়ে বোলে অদৃশ্যভাৱে ত্ৰিভুবন ভ্ৰমিব পাৰে। হব পাৰে, সেই মায়াপুৰৰে কোনোবা মায়াবিনী সুন্দৰীয়ে কেনেৰাকৈ মোহপৰৱশ হৈ মোক ভজিলেহি! তেওঁ এই মাজ নিশা মোৰ শয়নকক্ষত মায়া কৌশলেৰে প্ৰৱেশ কৰি মোৰে সৈতে সঙ্গতা হৈছিলহি!

মোৰ বিৱশ অৱস্থাত, মোৰ মন-প্ৰাণ হৰি লৈ, মোক এইদৰে বিকল কৰি গলহি! (শোকাকুল হৈ উচুপিবলৈ ধৰে)

(ধীৰে ধীৰে চিত্ৰলেখাৰ প্ৰৱেশ)

চিত্ৰলেখা।—(উষাদেবীৰ অনুকৃতি চিত্ৰ এটি কুমাৰৰ ফালে সন্মুখ কৰাই নিজৰ বুকুৰ ওপৰত দাঙ্গি ধৰি নীৰৱে থিয় দি থাকে)

কুমাৰ।—(হঠাৎ উত্তাৱল হৈ ছবিৰ কাষলৈ চোচা মাৰি গৈ) এহে! এইটি! এইটিচোন মোৰ সেই মনমোহিনী চিত্ৰ! ক'ৰপৰা আহিছিলা? কেনি গুচি গৈছিলা? আকৌ কেনি ঘুৰি আছিলা? মোৰ প্ৰাণ লৈ কলৈ পলাইছিলা? (চিত্ৰলেখাৰ বুকুৰপৰা ছবিটি টানমাৰি নি নিজৰ বুকুত আলফুলকৈ সাবটি ধৰি) পালোঁ। নহয় এতিয়া? নেৰোঁ নহয় আৰু? কেনেকৈ পলাবাঁ আকৌ? মোৰ চিত্ত হৰণ কৰিছিলা নহয়? এতিয়া, এতিয়া তোমাৰ চিত্ত হৰণ কৰোঁ।

চিত্ৰলেখা।—(তলমূৰকৈ) চিত্ৰই চিত্ত হৰণ কৰে, কিন্তু চিত্ত দান নকৰে; চিত্ৰই কথা শুনে, কিন্তু কথা নকয়।

কুমাৰ।—(অলপ প্ৰকৃতিস্থ হৈ) হঁায়! ই চিত্ৰ হে, স্বৰূপ নহয়! যি হওক, কোন সিটি চিত্ৰলেখা? কোনে চিত্ৰিলে এনে হু-বহুকৈ মোৰ সেই মনোহাৰিণী ৰতিচুৰুণীক? অহ! কতো অকণি ভাঁজ নাই, স্বৰূপ চিত্ৰ। (সংজ্ঞালাভ কৰি চিত্ৰলেখালৈ চাই) কোন্ তুমি? কি নাম তোমাৰ?

চিত্ৰলেখা।—ময়ে সেই চিত্ৰলেখা। নামো মোৰ চিত্ৰলেখা।

কুমাৰ।—কাৰ দূতী তুমি? কোন্ অঞ্চলৰ নাৰীৰত্ন তুমি? কিৰূপে চিনিলা মোৰ সেই প্ৰেমৰ পুতলিক?—নিচিনিলে চিত্ৰিবাঁ কি মতে? কোৱাঁ, কোৱাঁ হেৰা, দিয়াঁ জান, ৰাখাঁ প্ৰাণ, কোন্ তুমি, কোন্ সিটি, ক'ত দেখা তোমাস'তে?

চিত্ৰলেখা।—কামৰূপৰ নাৰী মই। বাণ ৰজাৰ ৰাজ্যত জন্ম মোৰ। দানৱৰাজ বাণ ৰজাৰ জীয়াৰী উষাদেবীৰ সহচৰী সখী মই। সেই নিৰুপমা ৰূপহী সখীৰে চিত্ৰ এইটি।

কুমাৰ।—( অধিকতৰ অধৈৰ্য্য হৈ ) কিবা কোৱাঁ! তোমাৰে সখীয়া সেই মোৰ হৃদয়-ঈশ্বৰী? জানা তেন্তে সবিশেষ তুমি সেই সখীয়াৰ কথা? কোৱাঁ ভাঙ্গি আদ্যোপান্ত, সখা বুলি জ্ঞান কৰি মোক। কামৰূপবাসিনী তুমি। তুমি অৱশ্যে মায়াৱিনী। নোসোধোঁ এতেকে, কিৰূপে জানিলা তুমি দুৰ্দ্দশাৰ কথা মোৰ। সুস্থিৰে বুজিছোঁ, কি মতে আহিলা তুমি অতিক্ৰমি অতনা দূৰণি পথ।

চিত্ৰলেখা।—হে কুমাৰ! ধৈৰ্য্য ধৰাঁ। অধৈৰ্য্যৰ সময় নহয় এই বেলা। স্থিৰমনে শুনিবাঁ, কওঁ আদ্যোপান্ত কথা।—তোমাৰ কি দুৰ্দ্দশা, নাজানোঁ। হব পাৰে, তোমাকো সেই একেচাবৰ অদ্ভুত্ সপোনৰ খেলাই উন্মাদপ্ৰায় কৰিছে। কিন্তু, সখী মোৰ তোমাতকৈও উন্মাদিনী। এই বহাগৰ দ্বাদশী নিশা সপোনৰ আৱেশে সম্ভোগ কৰিছিলাঁ তুমি গৈ সখীক মোৰ। তুমি ৰতিচোৰ হে মোৰ সখীৰ ব্ৰহ্মচৰ্য্যব্ৰত ভঙ্গ কৰিলাগৈ। তুমি তেওঁৰ দেবীদুৰ্ল্লভ সতীত্বৰত্ন হৰণ কৰিলাগৈ। সেই অৱধি সখী মোৰ উন্মাদিনী তোমাৰ কাৰণে। তেওঁৰ আদেশ অনুৰোধ অনুসৰিয়েই মই এইখিনি পাইছোঁহি তোমাক লৈ যাবলৈ বুলি। যাবাঁ যদি, সাজু হোৱাঁ। পলমে বিঘিনি ঘটাব। এই ৰাতিয়েই নগলে, আৰু তোমাৰ যোৱা নহব। এতেকেতে, যি ভাল দেখাঁ, তাকে কৰাঁ। মই যাথোন এই ৰাতিটোলৈ হে ইয়াত আছোঁ; ৰাতি নৌ পুৱাওঁতেই উষা-পোহৰতে উলটি কন্যাপুৰলৈ প্ৰস্থান কৰিম।

কুমাৰ।—( অতি আতুৰভাৱে ) হাঁয়! নাযাম নে মই! কিনো কোৱাঁ সখি! পিচে, কি মতে পাৰ হম অত দূৰৈৰ বাট? তুমি বা আহিলাঁ

কিৰূপে? নিয়া তেন্তে মোকো তোমাৰে আঁচল ধৰাই।

চিত্ৰলেখা।—নাই মোৰ স্বকীয়া বাহন। মই পাখিলগা পৰীৰ বিত্তাবলত এই দুখন পাখিৰে সৈতে উৰি আহি এইখিনি পাইছোঁহি। এই ক্ষীণ পাখিয়ে দুজনাৰ ভাৰ সহিব জানো? তাতে তুমি হবাঁ গধুৰ পুৰুষৰ ভৰ। পৰা হলে পিঠিত তুলি লৈ গলেঁহেঁতেন।

কুমাৰ।—(অলপ ভাবি চাই) বাৰু, পাইছোঁ ময়ো তাৰ উপায়। নালাগে সহিব মোৰ ভৰ তোমাৰ মহিলা পাখিয়ে। আছে মোৰ বলৱন্ত পুৰুষৰ পাখি। গৰুড়-বাহনত চৰি মই তোমাৰ পিচ ধৰিম। লৈ যাবাঁ তুমি মোক যলৈকে নিয়া। চিন্তা নাই সেই বাবে।

চিত্ৰলেখা।—সুন্দৰ ব্যৱস্থা। সম্ভম হোৱাঁ। নকৰাঁ পলম। নিশা আৰু অলপ হে আছেগৈ। পুৱা হলেই সকলো ভ্ৰষ্ট হব!

কুমাৰ।—নকৰোঁ পলম। আহাঁ যাওঁ, যাওঁগৈ। বাহন মোৰ সততে সম্ভম থাকে। সঙ্কেতমাত্ৰকে চাপেহি কাষ।

চিত্ৰলেখা।—ৰবাঁ আৰু এটি কথা! তোমাৰ পিতামহ ৰুক্মিণীনাথ ভগবান শ্ৰীকৃষ্ণৰ শয়নকক্ষত মই এটা ভুমুকি মাৰি যাব খোজোঁ। সেই কক্ষৰ দেৱালত এটি চিত্ৰ আঁকি থৈ যোৱাৰ প্ৰয়োজন।

কুমাৰ।—কিনো চিত্ৰ? থাকিব নে তাত মোৰ নিৰুপমা প্ৰিয়তমাৰ চিত্ৰ?

চিত্ৰলেখা।—ওঁ, থাকিব। আৰু থাকিব কামৰূপৰ বাণৰাজ্যৰ গতি-বিধিৰ সাঙ্কেতিক মানচিত্ৰ।

কুমাৰ।—(উলাহিত হৈ) আহাঁ তেন্তে, আকাঁ আহি; পাৰাঁমানে, কক্ষে-কক্ষে, দেৱালে-দুৱাৰে, সৰ্ব্বত্ৰতে মোৰ প্ৰিয়তমাৰ চিত্ৰেৰে কৰাঁহি চিত্ৰিত, বিচিত্ৰা চিত্ৰলেখা হেৰা!

(দুইৰো প্ৰস্থান)

---

## দ্বিতীয় গৰ্ভাঙ্ক।

—:০:—

দৃশ্য,—কন্যাপুৰ, দক্ষিণ প্ৰান্তৰ নতুন গড়।

(জ্বৰ আৰু ৰৌদ্ৰ সেনাপতিৰে সৈতে বাণ ৰজাৰ অগ্নিগড় পৰিদৰ্শন)

জ্বৰ।—অহ, কি যে বিতোপন গড়!

ৰৌদ্ৰ।—পৃথিবীত অদ্বিতীয় এনে আচৰিত গড়!

বাণ।—কিবা গুণ বখানিছাঁ হুয়ে এই সুৰম্য গড়ৰ?

জ্বৰ।—হে ৰাজন! সৰ্ব্বগুণ নিহিত আছে এই অদ্ভুত গড়ত। বাস্তৱতে, ইয়াক পৃথিবীত অদ্বিতীয় আৰু অতুলন বুলিব পাৰি।

বাণ।—ভাঙ্গি কোৱাঁ, কি গুণত ই পৃথিবীত অতুলন। এই গড়ৰ গঠন কালত মই স্বয়ং উপস্থিত হবহি পৰা নাছিলোঁ। ইয়াৰ ৰচনাৰ আভাস মাথোন মন্ত্ৰীৰ মুখে শুনিছিলোঁ।

ৰৌদ্ৰ।—হে দানৱেশ্বৰ! এই গড়ৰ অভ্যন্তৰ ৰচনা প্ৰকৃততে এটা অদ্ভুত কাণ্ড! ইয়াৰ বাহ্যিক কাৰুকাৰ্য্য যেনে বিচিত্ৰ দেখা গৈছে, আভ্যন্তৰিক কাৰ্য্য-কৌশল তাতকৈ সহস্ৰগুণে বিচিত্ৰ! সংক্ষেপে কবলৈ গলে, ই এটা প্ৰাকৃতিক আৰ্হিৰে মানৱিক আগ্নেয়গিৰিৰ অপূৰ্ব্ব সৃষ্টি।

বাণ।—সি কিৰূপ? তাৰ উদ্দেশ্যই বা কি? কাৰ কল্পনাপ্ৰসূত ই গড়? কাৰ সি আদেশ?

জ্বৰ।—হে প্ৰভো! উদ্দেশ্য আপোনাৰ নিজ আদেশমূলক। এই কন্যা-পুৰলৈ যাতে শত্ৰুপক্ষীয় কোনো জন-প্ৰাণীৰ প্ৰৱেশ সম্ভৱপৰ হব নোৱাৰে, সেই উদ্দেশ্যে এই নগৰ ৰক্ষক গড়ৰ গৰ্ভত সুকৌশলেৰে বিবিধ আগ্নেয় পদাৰ্থ প্ৰোথিত ৰৈছে। কোনো শত্ৰুপক্ষে নগৰ আক্ৰমণ কৰাৰ আগন্তুক দেখা গলে, নিমিষতে সমস্ত গড় প্ৰজ্বলিত

কৰিব পৰাকৈ আভ্যন্তৰিণ কৌশল খটোৱা গৈছে।

বাণ।—নগৰ আক্ৰমণ! মোৰ নগৰ? সাধ্য কাৰ সাহে মোৰ নগৰ আক্ৰমিবলৈ? অহঃ! তেনে আক্ৰমোতাৰ অভাব হেতুকেই তো মোৰ মনত শান্তি নোহোৱা হৈছে। ৰণতৃষ্ণাত জৰ্জ্জৰিত হৈ আজি কতদিন সুযোগ্য শত্ৰুপক্ষক ৰণলৈ মনে-প্ৰাণে আহ্বান কৰিব লাগিছোঁ, তথাপি মোৰ মনোৰথ পূৰ্ণ হোৱা নাই,—আজিও মোৰ সেই বাঞ্ছিত ৰণলাভ নহল! এনেস্থলত, এই গড় বান্ধি ভাবী শত্ৰুক বাধা দি ৰখাটো মোৰ ইচ্ছাবিৰোধী কাৰ্য্য হৈছে।

জৱ।—হে বীৰবাহো! আপোনাৰ ৰণতৃষ্ণাৰ বিষয় আমাৰ অবিদিত নহয়। অদ্যাপি সেই বাঞ্ছিত ৰণ নিমিলাত আমিও দুঃখিত, আমিও অশান্তিত দিন নিয়াব লগাত পৰিছোঁ। আপোনাৰ সহস্ৰভুজ পৰিমিত বলবীৰ্য্যৰ সমকক্ষ বিক্ৰমী ভাবী শত্ৰুৰ আগমন প্ৰতীক্ষাত আমাৰো প্ৰাণত তৰণি নাই!

বাণ—তেন্তে শত্ৰুনিবাৰক এই গড় নিৰ্ম্মাণৰ প্ৰয়োজন কি? ইয়াক অনতি-পলমে চূৰ্ণীকৃত কৰিবলৈ মোৰ আদেশ ঘোষণা কৰিব লাগে।

ৰৌদ্ৰ।—মহাৰাজৰ আদেশ শিৰোধাৰ্য্য। কিন্তু, হে মহাসুৰ! এই গড়ৰ প্ৰয়োজন সমূলি যে নাই, এনেও নহয়। ই শত্ৰুৰ বিক্ৰম পৰীক্ষক গড়। যি মহা পৰাক্ৰান্ত বীৰ শত্ৰুৱে এইহেন গড় লজ্মি আহি আপোনাৰ এই সুৰক্ষিত কন্যাপুৰত প্ৰৱেশ কৰিবহি, তেওঁৱেই আপোনাৰ সমকক্ষ মনোমত বীৰ যোদ্ধা বুলি আমি সবাৱে সহজে বুজিব পাৰিম-ইঁক; গতিকে, এই গড়ৰ সৃষ্টি আৰু স্থিতি অপৰিহাৰ্য্য বুলি হে ভাবোঁ। অৱশ্যে, মহাৰাজৰ ইচ্ছাৰ সোঁতত আমাৰ মন্তব্য উটি যাবও পাৰে।

বাণ।—সঁচা, সেনাপতি! স্বৰূপ ধৰিছা তুমি। প্ৰবল শত্ৰুৰ পৰাক্ৰম

বুজিবলৈ আমাক এই গড় লাগিব। সময়ত ইয়াৰ উত্তম প্ৰয়োজন হ'ব। ভাবী শত্ৰুৰ বিক্ৰম অনুযায়ীকৈ সজ্জিত হবলৈ তোমালোকে ইয়াৰপৰা এটা সু-ছেগ পাবাঁহঁক। গতিকে, ইয়াক ৰাখিব হে লাগে। মোৰ মনেৰে, আভ্যন্তৰিণ কৌশল নিয়োজনলৈ চাই ইয়াৰ যথাযোগ্য নাম 'অগ্নিগড়' হোৱা উচিত।

জৰ।—হওক, মহাৰাজ! সেয়ে হওক। মহাৰাজৰ এই অৰ্থমূলক নামকৰণ অনুসৰি, আজিৰপৰা এই ৰাজগড় 'অগ্নিগড়' নামে অভিহিত হ'ব।

ৰৌদ্ৰ।—বাস্তৱতে, অতি বিতোপন নামকৰণ। গড়ৰ কাম চাই নাম হৈছে। ৰজিতা থাই পৰিছে। যাৰ নগৰ এনে অদ্ভুত অগ্নিগড়ৰ দ্বাৰাই সুৰক্ষিত, তেওঁ যে এজন মহা বীৰ্য্যবান পৰাক্ৰমী অসম ৰজা, জগতত সিয়েই তাৰ সাক্ষ্য দিব। এই অগ্নিগড়ৰ নাম অচিৰে পৃথিবীৰ সৰ্ব্বেত্ৰে প্ৰচাৰিত হোৱা একান্ত বাঞ্ছনীয়।

বাণ।—তাৰ লগে লগে মোৰ সমকক্ষ পৰাক্ৰমী যোদ্ধাও আহূত হব লাগে। অগ্নিগড় নাম প্ৰচাৰিত হোৱাৰ আলমতে, মোৰ এই পণ ঘোষণা কৰা হওক যে যেয়ে মোৰ এই অদ্ভুত অগ্নিগড় লঙ্ঘন কৰি মোৰ এই সুৰক্ষিত কন্যাপুৰত উপনীত হবহি পাৰিব, তেওঁক মোৰ সমকক্ষ সুযোগ্য যোদ্ধা বুলি মই গ্ৰহণ কৰিম; আৰু, যদিস্যাৎ কোনো অভাবনীয় পাকচক্ৰত পৰি যুদ্ধত মোৰ পৰাজয় ঘটে, তেন্তে মোৰ সৰ্ব্বাঙ্গসুন্দৰী নিৰুপমা কন্যা উষাদেবী সমন্বিতে এই কন্যাপুৰ তেওঁক সাদৰে সমৰ্পণ কৰিম। এয়ে মোৰ পণ। এই পণ-ঘোষণা সুবিস্তৃত ভাৱে পৃথিবীৰ সদৌৰাজ্যত ৰাষ্ট্ৰ হব লাগে।

জৰ।—হব ৰাষ্ট্ৰ। মহাৰাজৰ আজ্ঞা শিৰোধাৰ্য্য।

বাণ।—আহাহঁক, ঘাইনগৰলৈ ওলটো এতিয়া; আগন্তুক যুদ্ধ আহ্বান বিষয়ে মন্ত্ৰীৰ সৈতে পৰ্য্যালোচনাত ধৰোঁগৈ। (তিনিওৰো প্ৰস্থান)

## তৃতীয় গৰ্ভাঙ্ক।

—:০:—

দৃশ্য:—উষাৰ শয়নকক্ষ।

উষা।—হাঁয়! সুপূৰিল আশা মোৰ! এই বেলা সখী চিত্ৰলেখা উলটি আহি পোৱাৰ কথা আছিল। পিচে, এই ৰাতি-দুপৰলৈকে বাট চালোঁ; ক'তা?—নাই, সুলটিল, নাপালেহি! কি কৰোঁ! প্ৰাণ মোৰ অসহনীয় লাগিছে। মাথোঁ, সখী প্ৰজ্ঞাৰ আশ্বাসত বিশ্বাস কৰি প্ৰাণ ধৰি আছোঁ। কিন্তু, আৰু যে সহ্য নহয়; কি কৰোঁ এতিয়া?—কলৈ যাওঁ? ক'ত শান্তি পাওঁ? এই অসন্ন ক্ষণত কোনে ত্ৰাণ কৰেহি মোক এতিয়া?—বাৰু, আছোঁ, থাকোঁ, বাট চাওঁ ৰাতিপুৱালৈকে। যি কৰে ঈশ্বৰে! (মৌন)

(নাম গাই ২ দুফালৰপৰা দুজনী লিগিৰীৰ প্ৰৱেশ)

নাম।

নাকান্দা নাকান্দা, বাণৰে জীয়াৰী
মনলৈ নানিবাঁ দুখ।
পালা বৰদান, গুচিলে জঞ্জাল,
দেখিবাঁ স্বামীৰে মুখ॥
চিলাত কৈ বাতৰি দিলা হে আইদেউ,
কোৱাত কৈ বাতৰি দিলা।
মাবাঁৰ যবত্তে কিনো দুখে পালা,
কুমাৰক বাতৰি দিলা॥

মাৰাঁৰ ঘৰতে আছিলোঁ আইদেউ
ছাঁ চাই মেলায়ে চুলি।
যিথনে ঘৰতে পৰিবা আইদেউ,
ঢেঁকিয়ে কৰিব বুটি॥
শুনোতে শুনিলোঁ, কুমাৰ বৰেলোক
ধনেৰে লেখে-জোখে নাই।
আইদেউক দিবলৈ অলঙ্কাৰ নাপায়ে
সিন্ধি দিবলৈ যায়॥
সিন্ধিৰে মুখতে পাই গিৰিহঁতে
চকুত জলকীয়া দিলে।
লগৰ লগৰীয়ে দেখিব নোৱাৰি
পুবৈপাত মোহাৰি থলে॥
কৃষ্ণৰে বাৰতে আঁকে চিত্ৰলেখা
উষা-অনিৰুধ সাজি।
আকাশৰ পাততে লেখিয়ে পঠাইছে,
কুমাৰ আহিব আজি॥

(লিগিৰীদ্বয়ৰ দুইবো দুফালে প্ৰস্থান)

উষা।—(নাম শুনি শুনি বিৱশ হৈ পৰি) কি মোৰ কপাল! আটায়ে খেঁজেলিয়ায় মোক!

(কুমাৰক পাকতে আঁৰলত থৈ, লাহেকৈ চিত্ৰলেখাৰ প্ৰৱেশ)

চিত্ৰলেখা।—(হাঁহি হাঁহি) সখি! অকলেচোন? শুনিছা কি?

উষা।—(হৰ্ষবিস্ময়বিহ্বলা হৈ) এ হে! সখী চিত্ৰলেখা! ভাবি থাকোতেই ওলালাঁহি! বহুত দিন জীবাঁ তুমি!—ধন্য তুমি! ধন্য তোমাৰ প্ৰতিশ্ৰুতি। ধন্য তোমাৰ সময় নিৰূপণ।

চিত্ৰলেখা।—(হাঁহি হাঁহি) ধন্যবাদ পুৰাপুৰিকৈ নাপাওঁ হবলা মই?

কিয়নো, সাঁজতে পাবহি লাগিছিল; নোৱাৰিলোঁ, বাটৰ বতাহ অনুকুল নাছিল। (সঙ্কেতেৰে কুমাৰক কাষলৈ মাতি আনি নিমাত)

উষা।—(চকিতা হৰিণীৰ চকুৰে কুমাৰলৈ চাই) সখি! সখি! এওঁ, এওঁ কোন্? কোন্ এওঁ? (লাজত তলমূৰ কৰে)

চিত্ৰলেখা।—(খেঁজেলিয়নী হাঁহি মাৰি) 'এওঁ কোন্?'—কোন্ নো হব এওঁ? এওঁৱেই তোমাৰ সেই তেওঁ। চিনি লোৱাঁ, হয় নে নহয়।

উষা।—(আঁচলেৰে মুখ ঢাকি ঠাইতে চিত্ৰলেখাৰ আৰ লৈ) সখি! সখি! সখি!

চিত্ৰলেখা।—(গাৰ আৰ আঁতৰাই) কিহৰ সখি সখি কৰিছাঁ হে? এই সখী এতিয়া আৰু আশ্ৰয়স্থান নহয়; তোমাৰ আচল প্ৰাণসখিত আশ্ৰয় লোৱাঁ। আমাক ইমানতে অব্যাহতি দিয়াঁ। মোৰ প্ৰতিশ্ৰুতি মই পালন কৰিলোঁ। আৰু মোক কিয় লাগিছে?

উষা।—(স্থিৰগম্ভীৰ স্বৰে) ধন্য তোমাৰ নাম! ধন্য তোমাৰ কাম! সখি, কি দিম প্ৰতিদান! জগতত নাই সমতুল তাৰ; এই প্ৰাণ বিনিময়ত বাজে, নাপাওঁ বিচাৰি একো।

চিত্ৰলেখা।—(চুপতিৰ হাঁহি মাৰি) নহওঁ আমি তোমাৰ প্ৰাণৰ গৰাকী। যাৰ প্ৰাণ, দিয়াঁ তেওঁক সঁপি।

উষা।—(সঙ্কেতত জ্ঞান পাই কুমাৰৰ চৰণত পৰি আঁঠু লৈ) প্ৰাণৰ গৰাকী মোৰ, হে প্ৰাণেশ্বৰ!

কুমাৰ।—(প্ৰেমবিহ্বল হৈ আথেবেথে দাঙ্গি ধৰি) উঠাঁ, উঠাঁ প্ৰাণেশ্বৰি! প্ৰাণৰ গৰাকিনী মোৰ!

( প্ৰেমালিঙ্গনত উঁষা-অনিৰুদ্ধ বিভোল ! সেই ছেগতে চিত্ৰলেখা চাঁত্‌ কৰে আঁতৰ হয় )

কুমাৰ।—প্ৰাণেশ্বৰি !

উষা।—প্ৰাণেশ্বৰ।

কুমাৰ।—তুমিয়েই সেই মোৰ প্ৰেমচুৰুণী,—নহয় নে ?

উষা।—আপুনিয়েই মোৰ সেই ৰতিচোৰ,—নহয় নে ?

কুমাৰ।—প্ৰিয়া ! মই তোমাৰ ৰতিচোৰ হবলৈ অহা মনত নাহেচোন ? কিন্তু তুমি প্ৰেমচুৰুণী হৈ যোৱাটো হলে ভালকৈ মনত আছে।

উষা।—নাথ ! মই প্ৰেমচুৰুণী হৈ যোৱাচোন মোৰ মনত নপৰে ; আপুনি ৰতিচোৰ হৈ আহাটো হলে বেচকৈ মনত পৰে।

কুমাৰ।—বাৰু, কোন্ আগ ?—কোৱাঁ।

উষা।—আপুনি।

কুমাৰ।—নহয়, তুমি হে।

উষা।—নহয়, আপুনি হে।

কুমাৰ।—পিচে, ইয়াৰ সিদ্ধান্ত দিয়ে কোনে এতিয়া ?

উষা। – সখীয়ে।

কুমাৰ।—সখীয়াই নো দিব কেনেকৈ সঠিক সিদ্ধান্ত ?

উষা।—সেই ৰাতি মই সখি পৰিবৃতা হৈ আছিলোঁ। মোৰ বিলাই সখীহঁতে স্ব-চকুৰে দেখিছিল। সখী প্ৰজ্ঞা আৰু সখী চিত্ৰলেখাৰ আগত মোৰ সেই ব্ৰতনাশী বিমোহন সপোনৰ কথা সকলো বিবৰি কৈছিলোঁ।

কুমাৰ।—( হাঁহি হাঁহি ) বাৰু, তোমাৰ জানিবা গা বল, তোমাৰ সখীয়া সাক্ষী ওলাব। মোৰ গা ৰয়, কেনেকৈ পিচে ? মই যে ইয়াত অকলশৰীয়া !—

উষা।—( প্ৰেমগদ্‌গদ হৈ কুমাৰক সাবটি ধৰি ) নহয় অকলশৰীয়া

প্ৰাণনাথ! নোহোৱাঁ অকল, আছোঁমানে লগৰী এই ছাঁয়া।

[ প্ৰজ্ঞা প্ৰমুখ্যে সখীসৱে সৈতে চিত্ৰলেখাৰ পুনঃ প্ৰৱেশ ]

প্ৰজ্ঞা।—[ হাঁহি হাঁহি ] প্ৰেমত বিঘিনি হলোঁ, আহি আমি জানো, ক্ষেমিবাঁ আমাৰ দায়, প্ৰেমিক-প্ৰেমিকা!

উষা।—(মুখত আঁচলৰ সোপা লৈ লাজত তলমূৰ)

কুমাৰ।—( মিচিকি ২ হাঁহি লাজত তলমূৰ )

চিত্ৰলেখা।—নহয় বিঘিনি বহুপৰ ধৰ্ম্মানুমত গন্ধৰ্ব্ব বিবাহৰ দাম্পত্য সূত্ৰেৰে দুইকো সংলগ্ন কৰি দি যাব পাৰিলেই আমাৰ কৰ্ত্তব্য সামাধা হব। তাৰ পাচত, নৱদম্পতীয়ে প্ৰেম-বিনিময়লৈ এদনীয়া ছেগ পাবাঁহঁক।

প্ৰজ্ঞা।—হেৰা, প্ৰেমিক-প্ৰেমিকাযুগল! বিধিৰত বিবাহৰ পূৰ্ব্বে তোমা-দ্বয়ৰ মিলন অবৈধ। গতিকে, প্ৰেম বিনিময়লৈ সময় দীঘলাই দিব নোৱাৰি আৰু। ( সখীসৱৰ প্ৰতি ) সখীহঁত! আহাঁহঁক, ইবিলাকক বেদীলৈ নি গান্ধৰ্ব্ব-বিবাহৰ শুভকাৰ্য্য শীঘ্ৰে সম্পাদন কৰি দিওঁগৈ।

অপৰ সখী।—ৰবাঁ, আমাৰ পালি আছেই এথোন।

অন্যতম সখী।—( কুমাৰৰ প্ৰতি ) অ, এওঁৱেই নে কি দৰা?

অন্যতম অপৰ সখী।—এ নাক নহয়চোন খঁৰা?

অন্যতম সখী।—আইঐ দেহি! ভালেটিহে লাগিছে নাকত লাজ!

অপৰ সখী।—ছিঃ, নাহিল ডাবকটাৰিখন লগত; কৰি দিলোঁহেঁতেন নাক কাটি লাজৰ বাজ!

অন্যতম অপৰ সখী।—( কুমাৰৰ বাউসীত ধৰি জোকাৰি ) বোলোঁ, তুমিয়েই নে কি আমাৰ সখীৰ ৰতিচোৰ?

অপৰ সখী।—নামাতেচোন! মাতিব নোৱাৰে হবলা? আঁকৰা নে কি? অ, বোবা হব পায় দেহি!

অন্যতম সখী—( কুমাৰৰ থুঁটৰিত ধৰি জোকাৰি )আইঐ দেহি! সঁচা,

বোবা হব পায়! নহলে, কথাৰ উত্তৰ নিদিব কিয় ?

অপৰ সখী।—এবা, অঙ্গিভঙ্গী দেখুৱাই চিয়াৰেৰে হে সুধিব লগা হল। (হাতৰ অঙ্গিভঙ্গীৰে কথা সুধি একো-একোবাৰ ঘুঁকোটিয়াই পেপুৱা লগায় ]

উষা।—[ হৰ্ষবিহ্বলা হৈ খিল্‌খিলাই হাঁহি সখীহঁতৰ গাত আৰ লয় ]

কুমাৰ।—[ সেমেনাসেমেনিকৈ ] ওঁহু, নহওঁ মই বোবা।

অন্যতম সখী।—অ, নহয় বোলে বোবা!—বেবাব পাৰে! টেঁটাইছে, শুনাইক। [আটাইবিলাকে গিৰ্জ্জনি মাৰি হাঁহে ]

অপৰ সখী।—বাৰু, বোবোৰাঁচোন তেন্তে, নোহোৱাঁ নে তুমিয়েই সেই ৰতিচোৰ? ( কুমাৰৰ হাতত ধৰি ডাবি দি ) ঠিক কৰা নহলে এৰণ নাই।

অন্যতম সখী।—[এহাতে কুমাৰৰ নাকত আৰু ইহাতে কাণত ধৰি জোকাৰি] নহলে, এতিয়াই নাক-কাণ কাটি ঘুচা কৰি দিম !

কুমাৰ! —( পেপুৱা লাগি ) ওঁহু। জানো? মনত নপৰে। কি চুৰ কৰিছিলোঁ ?

অন্যতম সখী। —( কুমাৰক এৰি উষাৰ প্ৰতি ) কি বোলা সখি? নহয় নে এওঁৱেই ভেওঁ, তোমাৰ ৰতিচোৰ ?

উষা —( মুখত আঁচলৰ সোপা লৈ চিত্ৰলেখাৰ গাৰ আৰত মিচিক্‌ মিচিক্‌কৈ হাঁহে )

অপৰ সখী —( কুমাৰৰ প্ৰতি ) বাৰু, তেতিয়া নহলেও, এতিয়া তো চোৰ সোমাইছাহি? পৰিলা নহয় ধৰা?—হাতে হাতে পৰিলা নহয় ধৰা?— কি দিবা এতিয়া ?

প্ৰজ্ঞা।—বাৰু, যি দিব লাগে, সময়ত দিব। মই সেইবাবে গা হৈছোঁ। এতিয়া গন্ধৰ্ব্ব বিয়া দি দুইৰো সম্বন্ধ বিধিৱত কৰোঁগৈ আহাঁইক।

অন্যতম সখী।—( কুমাৰৰ নাকৰ আগটি মলি ) মই এই তিলফুল যেন নাকৰ আগটি কাটি মোৰ নাকত লগাই লৈ মযো ধুনীয়াজনী হম!

অপৰ সখী।—(কুমাৰৰ কাণৰ লতিত ধৰি) মই হলে কন্দৰ্পতনুৰ লতি দুটিহে ছিঙ্গি আনি লগাই লম। মোৰ ৰতি-কেঁকুজোৰ পিন্ধিবলৈ ভাল হব!

অন্যতম সখী।—(কুমাৰৰ গলধনত পৰা কেঁকুৰিচুলি একুচিত ধৰি জোকাৰি) অ, নহয়, নহয়, মই এই এডুৰ কেকোৰা চুলিকোচা হে কাটি লম। চুলি-জৰী বাটি লৈ খোপাত মাৰিম। (চিপে ২ চুলি টানি)

কুমাৰ।—উঃ! উঃ! নাজুৰিবাঁ। দুখ পাওঁ নহয়!

অপৰ সখী।—(খলখলাই হাঁহি) অস্! অস্! দুখ পায় হেনো! বীৰপুৰুষ-জনে দুখ পায় বোলে ঐ!

সকলোটি।—[সখীগণে গিৰ্জ্জনি মাৰি হাঁহে; উষাদেবীয়ে আঁজলিৰে চকু-মুখ ঢাকি হাঁহি হাঁহি সখীহঁতৰ গাত ঢলি ঢলি পৰে]

প্ৰজ্ঞা।—হৈছে আৰু। জুৰিছে ইমানেই। কৈছোঁ নহয়, বোলো, তোমা-লোকৰ দাবী দাওৱা যি হয় পাচে-পৰেও কৰিবাহঁক; এতিয়া শুভকাৰ্য্যফেৰা, সমাধা কৰি দিওঁগৈ, বলাহঁক।

চিত্ৰলেখা।—কুমাৰ-কুমাৰীৰ দাম্পত্য সম্বন্ধ বিধিৰত নোহোৱালৈকে সখীহতৰ একো দাবী নাথাটেচোন?

অপৰ সখী।—বাৰু, আমাৰ ভিতৰুৱা বিচাৰখন থাওক এথোন পৰি। বলাহঁক! আগ কাম আগ হওক। আমাৰ দাবী নেহেৰায়।

[সকলোটিৰ প্ৰস্থান]

## চতুৰ্থ গৰ্ভাঙ্ক।

— x —

দৃশ্য,—অগ্নিগড়, চোৰাংচোৰা কোঁঠ।

( চোৰাংচোৰা দুজন আৰু জ্বৰ সেনাপতি )

১ম, চোৰাংচোৰা।—নোৱাৰোঁ কব, দৌতা, কেতিয়া নো সোমালহি। জানো, কৰপৰা সোমালহি!

জ্বৰ সেনাপতি।—কেনেকৈ কবিইঁক! শুই থকা প্ৰহৰীয়ে ক'ত কি হয় কেনেকৈ কব! টোপনিত চকু মুদি থকা মানুহে দিঠকৰ ঘটনা কেনেকৈ দেখিবিইঁক!

২য়, চোঃ চোঃ।—হে দৌতা! কিয়নো এনেকৈ কিয়! জবালুৰিৰ মূৰ খাবলৈকে, আমি কাহানিও শুই থকাহি নাই। ৰাতিৰে ৰাতিটো উজাগৰে চোৰাং চাই থাকোঁইক।

১ম, চোঃ চোঃ।—লগৰীয়াই স্বৰূপ কৈছে, দৌতা-ঈশ্বৰ! লাগে, যতে ধৰিবলৈ কয়, আমি তত ধৰিব পাৰোঁ, মহাভৈৰৱৰ দ'লত, নাইবা মহাভৈৰৱী থানত দেহ সাম ভগন হবলৈ বুলি আমি শপত খাবগৈ পাৰোঁ।

সেনাপতি।—থ, এতিয়া তইঁতৰ বেকৃৰেকনিখন। তইঁতৰ নিচিনা এশটা কুকুৰধুলি জীৱ ভগন হলেও ৰাজকাৰ্য্যৰ ক্ষতি চুলি এডালমান পূৰণ নহয়। ক, এতিয়া, চোৰটো কেতিয়াৰপৰা দেখিছিলিইঁক?

২য়, চোঃ চোঃ।—দেখিবৰ আজি সাদিন মানহে হৈছে। সৰহ দিন হোৱা নাই দৌতা!

সেনাপতি।—কটা-বন্দি! সাত দিন হৈ গল, আকৌ বোলে সৰহ দিন হোৱা নাই! তইঁতে নাজান নে এনেবোৰ দুৰ্ঘটনা দেখামাত্ৰকে ৰজাঘৰত জনাবগৈ লাগে বুলি? তইঁতে ততালিকে মোক নজনালিগৈ কিয়?

২য়, চোঃ চোঃ।—হে দৌতা-ঈশ্বৰ! সেইটো হলে বন্দীইঁতৰ অপৰাধ হব পাৰে। আমি আকৌ ভালবুলিহে কেপৰমান পলম কৰিছিলোঁ; বোলোঁ, সেইটি নো ক'ৰ ডেকা, কেনেকৈ নো সোমালহি, আইদেউৰ টোলত সোমাই তেওঁ নো কৰে কি, খায় ক'ত, থাকে ক'ত, এইবোৰৰ আসেখলেথ বুজি লৈ দৌতাক একেবেলিয়ে ভাঙ্গি-পাতি জনামগৈ বুলি ভাবিছিলোঁইক। পিচে—

সেনাপতি।—(গোৰোহনি মাৰি) কটা-বন্দি! কে'পৰমান হে হলগৈ নে এতিয়া? এতিয়াই এটাই নকৈছিলি সাদিনমান হল বুলি?

১ম, চোঃ চোঃ।—(আছাৰ খাই আঁতৰি, আকৌ চাপি কাওবাওকৈ) হে ঈশ্বৰ! আপুনি খং কৰা দেখি হে সময় অলপমান বঢ়াই কৈছিলোঁ। সিটোৱে সাদিন বুলি খং খোৱা দেখি মই বন্দীয়ে সাত পৰ বুলিছিলোঁ।

সেনাপতি।—কটাইঁত, জাতমূৰ্খ! যি হওঁক, বাৰু, বলইঁক, ৰজাৰ আগত ভাঙ্গি কব নোৱাৰিলে তইঁতৰ ফালে পতং আজি।

২য়, চোঃ চোঃ।—মাৰেও মাৰক, কাটেও কাটক, যি কৰে দৌতা-ঈশ্বৰেই কৰক; ৰজাৰ কোষলৈ কেলেই নো নিব লাগিছে।

সেনাপতি।—মোৰ সাধ্য কি, এনেহেন গহৰ্তি কাণ্ড গোপনে ৰাখিবলৈ। তইঁতক থিয় কৰাই দিমগৈ ৰজাৰ আগত, যি পাৰ কৈ-মেলি গা সৰু-ৱাবলৈ চাবিইঁক।

দুয়োটা চোঃ চোঃ।—(সেনাপতিৰ ভৰিত পৰি) উপায় দিয়ক দৌতা-ঈশ্বৰ! নহলে, নিগমে মৰিলোঁ।

সেনাপতি।—মই কি উপায় দিম। ক'ৰপৰা আহিল কব নোৱাৰিলেও, কেনি সোমালহি কব নোৱাৰিলে কিন্তু তইঁতৰ ৰক্ষা নাই। গমি চাবিইঁক, সম্ভৱতঃ কেনি সোমালহি!

১ম চোঃ চোঃ।—জানো বালক কেনি সোমালহি। আকাশৰপৰাই

ধৰিলহি নে পতাল ফাটিয়েই গুলাল, কবৈ নোৱাৰিছোঁ, দৌতা-ঈশ্বৰ! আমি বিস্ময় মানিছোঁ।

২য়, চোঃ চোঃ।—ককাইটি হেৰেই! মোৰ মনেৰে হলে, আকাশেদি হে আহিল। সেই যে হাতীযেন চৰাইটো আইদেউৰ টোলত চৰি ফুৰে, জানোবা তাতে চৰি আহিছিল ?

সেনাপতি।—কি, কি, কি ? কি হাতীযেন চৰাইৰ কথা কৈছ ? কি চৰাই সেইটো নো ?

২য়, চোঃ চোঃ।—জানো, কি চৰাই। তেনেকুৱা চৰাই আমি জনমতো দেখা নাই। চৰাইটো মানুহটোমান ওখ। ডৌকা দুটা দুখন ডলাযেন। ঠেং দুটা দুডোখৰ ভলুকাৰ গুৰি যেন। আৰু, ঠোঁটটো, দৌতা, বামুণনকা।

সেনাপতি।—(মনতে ক্ষন্তেক গুণি) ধৰিছে মোৰ মনে। হব পাৰে সি গৰুড় পখী,—যাদৱ বাহন। বাৰু, কচোন ডেকাটো কেনে দেখিলিহঁক ?

১ম, চোঃ চোঃ।—অঃ! কি নো কম দৌতা? বৰ ৰূপহ ডেকা। চাই থাকিলে ভোক-পিয়াহ হৰে! মুনিহ মানুহৰো মোহ লাগে! আইদেউ নো মোহ নাযাব কিয় ?

২য়, চোঃ চোঃ।—দেহিঐ, কিনো চাবা একা ডেকাটি! চাই, চাই, চাই থাকিবৰ হে মন যায়।

সেনাপতি।—চৰাইটো বাহিৰলৈ নোলায় নে? মোক নিলগৰপৰা দেখুৱাব পাৰিবি নে ?

১ম, চোঃ চোঃ।—উঁঃ, নোলায় দৌতা। গুলাব নিদিয়ে হবলা! টোলৰ ভিতৰতে সুমিয়াই থয়। আৰু, দেখিলেই ভয় লাগে। আমি আঁতৰৰপৰা হে চাওঁ।

২য় চোঃ চোঃ।—কিন্তু, দৌতা, আইদেউৰ কোষত হলে চৰাইটো বৰ জাতি। আইদেউৰ হাততে কিবাকিবি খায় সি। আইদেৱে বৰ মৰম কৰে। দৌতাই চোৰাংকোঁঠৰ মুখত চৰি ভুমুকিয়াই চালে দেখিব।

সেনাপতি।—বাৰু, দেখিম। মোৰ মনে ধৰিছে তেওঁ কোন্। বাহনে চৰোঁতাৰ চিনাকি দিছে। তেওঁ নিশ্চয় কোনোবা এজন যাদৱ কোঁৱৰ। বাৰু, ইমানেই হব। ইমানকে ৰজাৰ আগতে ভাঙ্গি কবিগৈ। এতিয়া আহহঁক, যাহি ঘাই নগৰলৈ।

১ম, চোঃ চোঃ।—ৰক্ষা কৰক দৌতা-ঈশ্বৰ! দৌতায়ে বতৰা পঠিয়াওক, যি হয়। আমি কিবা কওঁতে কিবা ওলাব পিচে! ৰজাৰ আগত কথা কোৱা সমায়ণ কথা নহয় দৌতা!

২য়, চোঃ চোঃ।—হয় মোৰ ঈশ্বৰ! বোলে, "টান টান টান, মদাৰগছৰ পাণ পৰা টান! টান টান টান. ৰজাৰ আগত কথা কোৱা টান!!"

সেনাপতি।—তাতোকৈ টান, সংসাৰত মানুহ চিনা টান! বাৰু, থ এতিয়া সেইবোৰ কথা। আহহঁক যাহি ৰজাঘৰলৈ। লগত মই কটোৱাল দিম। [ খোজ লয় ]

১ম, চোঃ চোঃ।—[কপালত চপৰিয়াই] বল, ভাইটি, কি কৰিম, যি আছে কপালত।

[ তিনিওৱো প্ৰস্থান]

## পঞ্চম গৰ্ভাঙ্ক।

—:০:—

দৃশ্য,—কুৰুক্ষেত্ৰ, উপপ্লব্যত পাণ্ডৱ শিবিৰ।

[ শ্ৰীকৃষ্ণ, সাত্যকি, যুধিষ্ঠিৰ, ভীম, অৰ্জ্জুন, নকুল, সহদেৱ ]

যুধিষ্ঠিৰ।—হে কৃষ্ণ! এতিয়াও সময় আছে। এতিয়াও, তুমি ইচ্ছা কৰিলে, কৌৰৱৰ লগত সন্ধি সংস্থাপনৰ সম্ভাৱনা আছে। মোৰ ইচ্ছা,

যাতে কৌৰৱ-পাণ্ডৱৰ মাজত মিলা-প্ৰীতি আৰু সুখ-শান্তিত দিন যায়; তাৰ অৰ্থে যেন যুগুত ব্যৱস্থা কৰা হয়। তোমাৰ ইচ্ছা যোগ হলে সে সি সহজে সম্পাদিত হব তাত সন্দেহ নাই।

শ্ৰীকৃষ্ণ।—হে ধৰ্ম্মৰাজ! আপোনাৰ ইচ্ছাই মোৰ প্ৰতি আদেশ। সেই অনুসৰি, আগন্তুক কুৰুক্ষেত্ৰৰণাগ্নিৰ ফিৰিঙতি জলিবলৈ নৌ পাওঁতেই তাক পানীকৃত কৰাটোৱেই মোৰো ইচ্ছা। সেই অৰ্থে মোৰ চিন্তালোচনাৰ ত্ৰুটী হোৱা নাই। আন কি, সেই উদ্দেশ্যে মই কটকীৰ বাব লবলৈকো মান্তি আছোঁ। কিন্তু, ইতিমধ্যত, পাণ্ডৱ শিবিৰৰ অপৰাপৰ নেতা আৰু নেতৃগণৰ মতামত গ্ৰহণ কৰা বিধেয় বোধ কৰোঁ। বাৰু, তেন্তে পোনেই বৃকোদৰকে সুধিছোঁচোন তেওঁৰ নো কি অভিমত?

ভীম।—হে বাসুদেৱ! মোৰ মনেৰে, তুমি হস্তিনাপুৰলৈ গৈ কৌৰৱবৰ্গক এনেভাৱে পৰামৰ্শ দিবাঁগৈ, যাতে কৌৰৱ-পাণ্ডৱৰ মাজত সন্ধি সংস্থাপিত হয়। পোনেই ৰণৰ আগন্তুক দেখুৱাই কৌৰৱপক্ষক উন্মত্ত নকৰিবাঁগৈ। অহঙ্কাৰী দুৰ্য্যোধনক মিঠামুখেৰে হে সৈমান কৰাবলৈ চাব লাগে। লাগে যদি, আমি দুৰ্য্যোধনৰ অধীন হৈয়ে চলিম, তথাপি আত্মকন্দলৰ ফলত কুৰুকুল ধ্বংশ হব নালাগে। এয়ে মোৰ অগ্ৰজৰ অনুগামী অভিমত।

শ্ৰীকৃষ্ণ।—[হাহি হাহি] হেৰা, বীৰবাহু বৃকোদৰ। তোমাৰ মুখৰ পৰাও এনে সেও হোৱা ভাবৰ কথা শুনি মই বাস্তৱতে বিস্ময় মানিছোঁ। ভাগ্যে যদি সন্ধিসংস্থাপন হৈ উঠেগৈ, তেন্তেচোন দুৰ্য্যোধনৰ উৰুভঙ্গ, দুঃশাসনৰ ৰক্তপান আৰু দ্ৰৌপদীৰ বস্ত্ৰহৰণত যোগ দিওঁতাবিলাকক প্ৰতিশোধ দিয়া এইবোৰ তোমাৰ প্ৰতিজ্ঞা ৰক্ষা নপৰিব একা?

ভীম।—[চমক্ খাই উঠি] হয়ো তো হয়। মই আত্মবিস্মৃত হৈছোঁ! মোৰ প্ৰতিজ্ঞা মই কি সাধ্যে ভঙ্গ কৰিম? মই দুৰ্য্যোধনৰ উৰুভঙ্গ নকৰাকৈ—

শ্ৰীকৃষ্ণ।—ক্ষান্ত হোৱাঁ বৃকোদৰ! হে জৰাসন্ধহন্তা বীৰবাহো! তোমাৰ

বল-বিক্রমৰ কথা জগতে জানে। মই মাথোন তোমাৰ মন বুজি যে চালোঁ। ( অৰ্জ্জুনৰ প্রতি ) বাৰু, এতিয়া সখিৰ অভিমত কি ?

অৰ্জ্জুন।—হে সখি ! তোমাৰ হস্তিনাযাত্রা প্রসঙ্গত যি কব লাগে, অগ্ৰজ-দ্বয়েই সবিশেষ কৈছে। কিন্তু, সিবিলাকৰ ওচৰত তুমি ব্যক্ত কৰা ভাব-গতিলৈ চাই, সন্ধি সংস্থাপন মোৰ মনেৰে বৰ সম্ভৱপৰ যেন দেখা নাই। তথাপি, কৌৰৱ নেতাসকলৰ লগত এনেভাৱে আচৰণ কৰিবলৈ তোমাক অনুৰোধ কৰোঁ, যাতে সন্ধি-প্রস্তাব সিবিলাকে আগ্রহেৰে গ্রহণ কৰে। কৌৰৱ-পাণ্ডৱৰ হিতাৰ্থে তুমি হস্তিনাপুৰত যি কৰিবাগৈ তাত আমি নিৰ্ব্বিবাদে সন্মত হম। কাৰণ, প্রজাপতি যিৰূপ সুৰ আৰু অসুৰ উভয়পক্ষৰে সুহৃদ, তুমিও তদ্ৰূপ কৌৰৱ আৰু পাণ্ডৱ উভয়পক্ষৰে পৰম সুহৃদ।

শ্ৰীকৃষ্ণ।—সখি অৰ্জ্জুন ! বুজিছোঁ তোমাৰ সঙ্কেত। কিন্তু, মাটি চহাই সিঁচিলেও যথোচিতকৈ বৰষুণ নাপালে শস্য নগজে। পুৰুষে পুৰুষাৰ্থ কৰি কৃত্রিম কৌশলেৰে পানীৰ যোগান দিলেও, সি অচিৰে শুকাই নিষ্ফল হব পাৰে। তাকে ভাবি, পূৰ্ব্ববৰ্ত্তী মহাত্মাসকলে এই মন্তব্য এৰি গৈছে যে, দৈৱ আৰু মানৱৰ পুৰুষাৰ্থ যথাসময়ত যোগ নহলে কাৰ্য্যসিদ্ধি নহয়। এতেকে, মই মাথোন যথাসাধ্য পুৰুষৰ পুৰুষাৰ্থ কৰি চামগৈ, দৈব কৰ্ম্মৰ অনুষ্ঠানত মোৰ হাত নাই। [নকুল-সহদেৱৰ প্রতি] বাৰু, এতিয়া কনিষ্ঠ পাণ্ডৱদ্বয়ৰ মতামত বক্ত কৰাঁচোনহঁক।

নকুল।—হে প্রভো ! মোৰ মনেৰে, অগ্ৰজসকলৰ মন্তব্য আপোনাৰ মতে মৰহিবলৈ দিয়ক, আমাৰ আত্মসন্মান ৰক্ষাৰ্থে আপুনি যি কৰা যুগুত বিবেচনা কৰে, তাকে কৰকগৈ। কুৰুক্ষেত্ৰ যুদ্ধৰ জুই জুহাললৈ হুমাবলৈ যেন নাপায়, এয়ে মোৰ বাঞ্ছা।

সহদেৱ।—হে জনাৰ্দ্দন ! মোৰ মনেৰেও, আপুনি হস্তিনাপুৰত গৈ আগত

ৰণাগ্নি জ্বলাবলৈ হে চাওকগৈ। যি দুৰাচাৰে পাণ্ডৱ পটেশ্বৰী কৃষ্ণা দ্ৰৌপদীক কৌৰৱ ৰাজসভাত থিয় কৰাই অকথ্য নিৰ্য্যাতন দি বং চাইছিল, সেই দুৰ্য্যোধন বধ সংঘটিত নহলে আপোনাৰ ধৰ্ম্মৰাজ্য স্থাপন কৰা মহৎ উদ্দেশ্যও সফল নহব।

সাত্যকি।—হে যদুনাথ! মই উপযাচি নকুল-সহদেৱক সমৰ্থন কৰি কওঁ, দুৰ্য্যোধনক বধ নকৰিলে পাণ্ডৱ আৰু যাদৱৰ অন্তৰ শাঁত নহব। দুষ্টক দমন আৰু শিষ্টক পালন কৰাই যদি আপোনাৰ নিষ্কাম ধৰ্ম্ম, তেন্তে কুৰু-ক্ষেত্ৰ-ৰণ আপুনি নিৰ্ব্বাপিত কৰিবলৈ নাচাব। বিশেষতঃ এইটো হৈছে যুদ্ধযুগ। এই যুগত পৃথিবীত নানা ৰাজ্যত যুদ্ধ-সংবাদ চলিবই লাগিছে। ইতিপূৰ্ব্বতে কুণ্ডিলত কৃষ্ণ-ৰুক্মবীৰৰ যুদ্ধ, মথুৰাত যাদৱজৰাসন্ধৰ যুদ্ধ, কামৰূপত কৃষ্ণ-নৰকাসুৰৰ যুদ্ধ, পাঞ্চালত কৌৰৱ-পাঞ্চালৰ যুদ্ধ ইত্যাদি যুদ্ধ-সংবাদৰ বিষয় আপোনাৰ অবিদিত নহয়। এতিয়াও কামৰূপৰ অন্তৰ্গত বাণ পুৰত বাণ ৰজা নামে এজন মহা পৰাক্ৰমী দানৱ ৰজা ৰণতৃষ্ণাত উন্মত্ত হৈ উঠিছে। এনেস্থলত ৰণসংঘটনৰ স্বাভাবিক গতি ৰোধ কৰাটো মই বিধেয় বোধ নকৰোঁ।

( দ্ৰৌপদীৰ প্ৰৱেশ )

শ্ৰীকৃষ্ণ।—অ, কৃষ্ণা! আহিছাঁ, আহাঁ। নহা হলে, ময়ে তোমাৰ ওচৰ চাপিলোঁহেঁতেন।

দ্ৰৌপদী।—( বিচাতন ভাৱে ) কিয়, যদুনাথ! কুৰুক্ষেত্ৰ-ৰণ-ৰচনাৰ মেলত মোৰো মাত আছে নে কি?

শ্ৰীকৃষ্ণ।—নিশ্চয় আছে। উপস্থিত মন্ত্ৰণাত তোমাৰ অভিমত অপৰিহাৰ্য্য বুলি হে ভাবিছোঁ।

দ্ৰৌপদী।—বেচ্ কথা। শুনি সন্তোষ পালোঁ। পিচে, উপস্থিত মেলত নো কোন্ দিশে মন্ত্ৰণা চলিছে? ৰণৰ অনুকুলে নে প্ৰতিকুলে?

শ্ৰীকৃষ্ণ।—হে পাঞ্চালি! সম্প্ৰতি ইয়াকে মাথোন্ আলোচনা কৰা হৈছে, আগন্তুক কুৰুক্ষেত্ৰ-ৰণ-জুই জ্বলোৱা হব নে সন্ধি সংস্থাপনৰ দ্বাৰাই তাক ইমানতে নুমোৱা হব। আৰু, তুমি জানিছাই, মই সন্ধিৰ প্ৰস্তাৱলৈ হস্তিনাপুৰলৈ যোৱাটো প্ৰায় স্থিৰেই হৈছে; মাথোন পাণ্ডৱ পক্ষীয় নেতা আৰু নেতৃসকলৰ অভিমত সংগৃহীত হৈ উঠিবলৈ বাকী। অৱশ্যে, ইতিমধ্যত প্ৰধান কেইজনৰ মতামত লোৱা হৈ গৈছে। আৰু—

দ্ৰৌপদী।—[ অধৈৰ্য্যা হৈ ] হে মাধৱ! আৰু কোৱাৰ সকাম নাই। সেই প্ৰধান কেইজনৰ কোনে কি অভিমত প্ৰকাশ কৰিছে, মই আৱলৰশৰা সমস্তকে শুনি আহিছোঁ। শুনি শুনি ৰব নোৱাৰি, আত্ম-অভিমত উপযাচি জ্ঞাপন কৰিবলৈ বুলি এই মেলত চাপিছিলোঁহি। এতিয়া আপোনাৰ অনুমতি পাই, মোৰ মনোভাব নিঃশঙ্ক মনেৰে ব্যক্ত কৰিব পাৰোঁ, মেলুৱাইসকল কাণ পাতে যদি।

যুধিষ্ঠিৰ।—কোৱাঁ, কৃষ্ণা, নিজ অভিমত নিঃশঙ্ক মনেৰে কৈ যোৱাঁ। এই মেলৰ নেতা হৈছে শ্ৰীকৃষ্ণ।

দ্ৰৌপদী।—কওঁ তেন্তে, শুনক। সন্ধিস্থাপনেই হওক বা শৰণাগতেই হওক, কোনোটোতে আমাৰ উদ্দেশ্য সিদ্ধি নহব। দুৰ্ম্মতি দুৰ্যোধনে সন্ধিৰ প্ৰস্তাৱ গ্ৰহণ কৰিলেও কৰিব পাৰে, কিন্তু সেই দুৰাচাৰে আমাৰ অপহৃত ৰাজ্য কদাপি ঘূৰাই নিদিয়ে। আন কি, পাঁচপাণ্ডৱক পাঁচখন গাওঁ দি পাতিবলৈকো সেই আক্ৰোহী পাপাত্মা মান্তি নহয়।

ভীম।—আমাৰ অপহৃত ৰাজ্য ঘূৰাই দিয়ে নে নিদিয়ে চোৱা যাওক; তাকে চাবলৈহে শ্ৰীকৃষ্ণক কটকী বৰণ কৰা হৈছে।

দ্ৰৌপদী।—অপহৃত ৰাজ্য ঘূৰাই পালেও, দুৰাত্মা দুৰ্যোধনকৃত বিগত নিৰ্য্যাতনৰ কথা আমি লেশমানো পাহৰিব নোৱাৰোঁ।

অৰ্জ্জুন।—দুৰ্ম্মতিৰ দোষ ক্ষমা কৰা যায়, যদি হে বুজনিৰ গুণত শুভকাৰ্য্যলৈ তাৰ সুমতি হয়।

দ্ৰৌপদী।—সেই দুৰ্ম্মতি ক্ষমাৰ পাত্ৰও নহয়। এইটোচোন ভগবান শ্ৰীকৃষ্ণৰ জ্ঞানগৰ্ভ ধৰ্ম্মমত যে, অবধ্যজনক বধ কৰিলে যি পাপ হয়, বধ্যজনক বধ নকৰিলেও সেই পাপ হয়। দুৰ্যোধন আৰু তাৰ অনুগামীগণ সিহঁতৰ পাশৱ আচৰণৰ বাবে অৱশ্যে বধ্য ; সেই বধ্যজনক বধ কৰিবলৈ ৰণ নাপাতি সন্ধি পাতিলে তাৰ প্ৰত্যবায়ে স্বয়ং বাসুদেৱ সমন্বিতে যাদৱ, পাণ্ডৱ আৰু পাঞ্চালক প্ৰত্যক্ষে পাবগৈ, সেই পাপৰ মলি ধুই নিকা কৰিবলৈ সাতসাগৰ পানীয়েও নাটীবগৈ। মই মিছা কৈছোঁ নে ?

নকুল।—নাই কোৱা মিছা। অতি যুক্তিপূৰ্ণ কথা। কৈ যোৱাঁ। আমি একান্ত মনেৰে শুনি গৈছোঁ।

দ্ৰৌপদী।—মই দুৰ্য্যোধনদলকৃত পাপাচৰণ এই জীৱনত পাহৰিব নোৱাৰোঁ ! মই মহাপৰাক্ৰমী দ্ৰুপদ ৰজাৰ জীয়াৰী ; মই মহাবীৰ ধৃষ্টদ্যুম্নৰ কনিষ্ঠা ; মই পুণ্যাত্মা পাণ্ডু ৰজাৰ বোৱাৰী ; মই চক্ৰবৰ্ত্তী ৰজা ধৰ্ম্ম-যুধিষ্ঠিৰৰ পত্নী-পটেশ্বৰী ; মই অজেয় জৰাসন্ধ বিজয়ী মহাবাহু বৃকোদৰৰ সহধৰ্ম্মিণী ; মই কৃষ্ণসখি পাৰ্থবীৰৰ বীৰাযায়া ; আৰু মই অশ্বিনীকুমাৰ-যুগলৰ অনুৰূপ বীৰচূড়ামণি নকুল-সহদেৱ বীৰযুগলৰ বীৰাঙ্গনা ভাৰ্য্যা। যি কৌৰৱ ৰাজসভাত মোৰ সদৃশ কুলনাৰী অতি ঘৃণীত আৰু লজ্জিত ভাৱে লাঞ্ছিত, সেই ৰাজসভা ৰাজসভা হৈয়ে ৰব লাগিলে, পৃথিবীত মানৱমৰ্য্যাদা ৰব ক'ত ?

সহদেৱ।—নৰব পৃথিবীত সেই মৰ্য্যাদালৈ ঠাঁই। মানৱমৰ্য্যাদা মছি পেলালে হে হব। ইয়াত দ্বিধামত হব নোৱাৰে।

দ্ৰৌপদী।—[ উত্তেজিতা হৈ ] ধিক্ ভীমৰ বাহুবল ! ধিক্ অৰ্জ্জুনৰ ধনুৰ্ব্বল ! ধিক্ পাণ্ডৱ-পাঞ্চালৰ প্ৰখ্যাত নাম !—দুৰ্য্যোধন আজিও জীয়াই আছে !

[ শ্ৰীকৃষ্ণৰ প্ৰতি ] হে জনাৰ্দ্দন ! এই অভাগিনী যদি আপোনাৰ একেটি করুণাৰো পাত্ৰী হওঁ, তেন্তে, হে কেশৱ, আগন্তক কুৰুক্ষেত্ৰ-ৰণ-অগ্নিত ঘৃতাহুতি দি, অনতিপলমে ধৃতৰাষ্ট্ৰ প্ৰমুখ্যে অন্ধৰজাৰ কুলঙ্গাৰপুত্ৰ গণক ভস্মীভূত কৰিবলৈ যুগুতি কৰোকগৈ ।

শ্ৰীকৃষ্ণ ।—হে যাজ্ঞসেনি ! তুমি জ্ঞানৱতী নাৰী ; তোমাক কি জ্ঞান দিম! মই এতিয়া কটকী। কটকীৰ বাব পালন কৰিবলৈ মই বাধ্য। মোৰ সাধ্য কি, মই কটকীৰ প্ৰতিশ্ৰুতিৰপৰা চুলি এডালমানো স্ব-ইচ্ছাৰে পিছলি পৰোঁ ?

দ্ৰৌপদী ।—হে মাধৱ ! মই আপোনাৰ উপস্থিত সমস্যাৰ বিষয়ে নুবুজাকৈ থকা নাই। যাওক, কৌৰৱ ৰাজসভাত কটকীৰ কাৰ্য্য কৰোকগৈ। কিন্তু, প্ৰস্তাৱিত সন্ধিৰ প্ৰস্তাৱনাত [ নিজৰ নবন্ধা চুলিকোচা বাওঁহাতেৰে দাঙ্গি ধৰি ] মোৰ এই কলুষিত কেশকোচালৈ এবাৰ আপোনাৰ মনত পৰে যেন। এই কোচা কেশতে ধৰি, দুৰাত্মা দুঃশাসন বাঘে এই অভাগিনীক অনাথিনীৰ দৰে চোঁচৰাই নি কৌৰৱ ৰাজসভাত থিয় কৰাই, একবস্ত্ৰা অৱস্থাত বিৱস্ত্ৰা কৰিবলৈ বুলি বস্ত্ৰহৰণ মহাপাপ আচৰণ কৰিছিল !

সাত্যকি ।—মহাপাপ ! অতি বিভৎস আচৰণ ! শুনি সিৰে-সিৰে বিৰক্তিৰ ৰক্ত উতলি উঠে !

দ্ৰৌপদী ।—কিন্তু, ভীমাৰ্জ্জুনে অক্ষত্ৰিয় কাপুৰুষৰ দৰে সন্মুখ সংগ্ৰামলৈ ভয় কৰি সন্ধি-সংস্থাপনৰ প্ৰস্তাৱ সমৰ্থন কৰিছে। কৰোক, মোৰ সেই আত্মবিস্মৃত স্বামীদ্বয়ে নতশিৰে সন্ধি প্ৰাৰ্থনা কৰোক, তাৰ বাবে এই সিংহী জীয়াৰী, এই সিংহী বোৱাৰী, এই সিংহী পত্নী আৰু সিংহী জননী কৃষ্ণ-আৰাধিকা দ্ৰৌপদী নাৰীয়ে অকণো নডৰাওঁ, অলপো হতাশ নহওঁ।—মোৰ বৃদ্ধ পিতৃ দ্ৰুপদৰাজে মোৰ হৈ ৰণক্ষেত্ৰত অস্ত্ৰধাৰণ কৰিবগৈ;

মোৰ বীৰ অগ্ৰজ মহাবাহু ধৃষ্টদ্যুম্নই পাঞ্চাল সৈন্যৰ প্ৰধান সেনাপতি হৈ কৌৰৱক আক্ৰমণ কৰিবগৈ ; মোৰ পঞ্চপুত্ৰই পাঁচ সেনাপতিৰ বাব লৈ ৰণক্ষেত্ৰত অৱতীৰ্ণ হবগৈ ; মোৰ অন্যতম বীৰপুত্ৰ সুভদ্ৰানন্দন অভিমন্যু কোৱঁৰে কৌৰৱৰ ৰণব্যূহ অকলে ভেদ কৰিবগৈ ; মোৰ অপৰ অন্যতম বীৰপুত্ৰ হিড়িম্বানন্দন মহাৰথ ঘটোৎকচ কোৱঁৰে আকাশী ৰণেৰে কৌৰৱ সেনা সমূলঞ্চে নিপাত কৰিব।

শ্ৰীকৃষ্ণ।—ধন্যা কৃষ্ণা ! ধন্য তোমাৰ বীৰাঙ্গনা-তেজ ! তোমাৰ ওজস্বিনী বাণীয়ে পাণ্ডৱ শিবিৰত নিশ্চয় সঞ্জীৱনী শক্তি সঞ্চাৰ কৰিব।

দ্ৰৌপদী।—পাপাত্মা দুৰ্য্যোধনৰ উৰুভঙ্গ আৰু দুৰাত্মা দুঃশাসনৰ বাহুছেদনৰ যি প্ৰতিজ্ঞা পূৰ্ণ কৰিবলৈ ভীমাৰ্জ্জুন অপাৰগ হল, মোৰ পিতৃকুলৰ মহাৰথগণ আৰু পতিকুলৰ অঙ্গজগণৰ বীৰত্বে তাক আৰু কাৰ্য্যত পৰিণত কৰি উভয় কুলৰ মৰ্য্যাদা ৰক্ষা কৰিব ; তাত ধনিষ্ঠামানো মোৰ সন্দেহ নাই।

শ্ৰীকৃষ্ণ।—হে বীৰকন্যা ! হে বীৰযায়া ! হেৰা, বীৰ প্ৰসৱিনী পাঞ্চালী ! তুমি নাৰীৰত্ন। তুমি জগতৰ আদৰ্শ ৰমণী। তোমাৰ আদৰ্শ যুগ-যুগান্তৰে নাৰীজাগৰণৰ অমোঘ শক্তি হব। তোমাৰ অভিমান নিশ্চয় ৰক্ষা পৰিব। তোমাৰ মনোৰথ নিশ্চয় পূৰ্ণ হব। কাৰণ, সন্ধি-সংস্থাপনৰ অৰ্থে যদ্যপি মোৰ যত্নৰ ক্ৰুটী নহব, তথাপি মোৰ বিশ্বাস, কুমতি শকুনি আছেমানে দুৰ্ম্মতি দুৰ্য্যোধনে সন্ধিৰ প্ৰস্তাৱ গ্ৰহণ কৰাটো সম্ভৱপৰ নহয়। এতেকে,—

( আচম্বিতে ৰুক্মিণী দেৱীৰ প্ৰৱেশ ; সকলোটি গিৰিপ্‌কৰে উঠি )
থিয় দি ঠৰলাগি ৰয় )

শ্ৰীকৃষ্ণ।—( চোচামাৰি গৈ কাষ চাপি ) ইকি ! প্ৰিয়া উপস্থিত ! ক'ৰপৰা ? কিয় অকস্মাতে ওলালা হি ? দ্বাৰকাৰ সংবাদ কি ?

ৰুক্মিণী ।—হে নাথ! দ্বাৰাৱতীৰ বাতৰি অতিকৈ শোচনীয়। সেই হে বৰজনা ৰামদেৱৰ অনুজ্ঞা অনুসৰি সংবাদবাহিনী হৈ স্বয়ং উপস্থিত হৈছাহি। তেখেতৰ আদেশ, অপুনি অনতিপলমে দ্বাৰকালৈ প্ৰত্যাগমন কৰিব লাগে; অপৰ সকলো যাদৱবৰ্গৰো সেয়ে বাঞ্ছা। আহক যাওঁ, পলম নকৰিব। মই চৰি অহা আমাৰ গৰুড়-ৰথ সজ্জিতভাগেই আছে।

শ্ৰীকৃষ্ণ ।—প্ৰিয়া! তুমি স্বয়ং আহিছা যেতিয়া যাবই লাগিব। বাৰু, কোৱাঁচোন দ্বাৰকাত কি আপদ মিলিছে; চমুকৈ আভাসমাত্ৰ পালেও হয়। পাৰ্য্যমানে অব্যাহতি পাবলৈ চোৱা যাব।

ৰুক্মিণী ।—যদুনাথ! আজি দিন চাৰি হৈছে, আপোনাৰ প্ৰাণৰ পুতলি আমাৰ নাতি-কোঁৱৰ অনিৰুদ্ধ অকস্মাৎ নিৰুদ্দেশ! কলৈ গল, কি হল, কোনে নিলেহি, ক'ত আছেগৈ কোনেও কব নোৱাৰে।

সাত্যকি ।—( উদ্বিগ্ন হৈ ) কিয়, ইতিমধ্যত আশে-পাশে অনুসন্ধান কৰি চোৱা নাই জানো?

ৰুক্মিণী ।—দ্বাৰাৱতীত বিচাৰিবলৈ তো বাকী নায়েই, গোটেই দ্বাৰকা ৰাজ্য বিচাৰি চলাট কৰা গল, কুমাৰৰ সন্ধান ক'তো পোৱা নগল। দ্বাৰকাৰ চৌপাশে হাবি, বন, পৰ্ব্বত, সাগৰ সদৌ ঠাইতে পাত্ পাতকৈ বিচাৰি চোৱা হল, কুমাৰ অনিৰুদ্ধ ক'তো নাই; ক'তো অলপো শুং-সূত্ৰকে পোৱা নগল।

শ্ৰীকৃষ্ণ ।—দ্বাৰকাৰ বাহিৰেও ওচৰ-কাষৰীয়া ৰাজ্যত বিচাৰি চাব লাগিছিল

ৰুক্মিণী ।—যাদৱ বীৰগণে আমাৰ ৰাজ্যৰ বাহিৰ হৈ নানান্ ঠাইত অনুসন্ধান কৰি আহিলগৈ; ক'তো কুমাৰৰ সন্ধান পোৱা নগল। ক'তো একো চিনেই নাই। মাথোন, আমাৰ শয়নকক্ষৰ দেৱালত এটা জীৱন্ত যেন ছবি অঙ্কিত হৈছে, য'ত কুমাৰ আৰু এটি দিপ্‌লিপ্‌ ৰূপহী জীয়াৰীৰ চিত্ৰ এখন দেশৰ মানচিত্ৰৰ মাজত জিলিকি আছে। তাৰ বাখ্যান

আপোনাত বাজে দিওঁতা নাই ; গতিকে সদৌ যাদৱবৰ্গে যুক্তি কৰি, আপোনাক সত্বৰে প্ৰত্যাগমন কৰোৱাৰ উদ্দেশ্যে মোক দূতী স্বৰূপে পাচিলে।

শ্ৰীকৃষ্ণ।—( চিন্তিত আৰু নীৰৱ )

পঞ্চপাণ্ডৱ।—( চিত্ৰাৰ্পিতপ্ৰায় অবাক্ )

সাত্যকি।—স্বয়ং দ্বাৰকেশ্বৰ শ্ৰীকৃষ্ণ এই আসন্ন সময়ত গৈ উপস্থিত নহলে, দ্বাৰকা ৰাজ্য ৰসাতলে যাব আজি ! প্ৰভুৰ গাৰ ছাঁ যেন মযো লগতে নগলে নহব।

দ্ৰৌপদী।- (ৰুক্মিণীৰ প্ৰতি) হে দেৱি ! এই বাৰ্ত্তা দি এজন দূত পাচিলেও হলহেঁতেন দেখোন ! আপুনি স্বয়ং আহি ইমান শ্ৰম স্বীকাৰ নকৰিলে নহলহেঁতেন জানো ?

ৰুক্মিণী।—নহলহেঁতেন বুলি তো মই স্বয়ং লৰিব লগাত পৰিলোঁ। দ্বাৰকাত সদৌ যাদৱবৰ্গে বেচকৈ জানে, মোৰ স্বামী বাসুদেৱ ইয়াত কুৰুক্ষেত্ৰ-ৰণ ৰচনাত একান্তমনেৰে নিমগ্ন আছে ; এনে সময়ত, মোতৈ বাজে আনে তেওঁক অন্যমনস্ক কৰাটো সম্ভৱপৰ নহব। সেই কাৰণে, মোৰ পূজনীয় বৰজনা শ্ৰীৰামদেৱৰ অনুজ্ঞা অনুসৰি মই স্বয়ং দূতী হৈ আহিব লগাত পাৰলোঁ। সি যি হওক, আৰু পলম কৰিব নোৱাৰি ; আমি বিদায় হে মাগিছোঁ।

শ্ৰীকৃষ্ণ।—( যুধিষ্ঠিৰৰ প্ৰতি ) ধৰ্ম্মৰাজ ! মই সম্প্ৰতিকলৈ বিদায় হে মাগিছোঁ। সবিশেষ পৰন্তে জনোৱা হব। সম্প্ৰতি মই ঘুৰি নাপাওঁহিমানে কুৰুক্ষেত্ৰ-ৰণ ঘোষণা স্থগিত ৰখা হয় যেন।

যুধিষ্ঠিৰ।—বাৰু, যোৱাঁ, আহাঁগৈ। তোমাৰ অবিহনে মই খোজ এটাও আগ নাবাঢ়োঁ। বলাহঁক, আমিও ৰুক্মিণী-ৰথৰ সমীপলৈকে গৈ আগবঢ়াই থৈ আহোঁগৈ !

( সকলোটিৰ প্ৰস্থান )

—:০:—

## ষষ্ঠ গৰ্ব্ভাঙ্ক।

—:০:—

দৃশ্য,—বাণপুৰ, অস্ত্ৰাগাৰ।

( বাণ ৰজা, কুম্ভাণ্ড মন্ত্ৰী, ৰৌদ্ৰ সেনাপতি )

বাণ।—( উত্তেজিত ) সেনাপতি!

ৰৌদ্ৰ।—মহাৰাজ! কিম্বা আজ্ঞা?

বাণ।—বাছি দিয়াঁ সহস্ৰ অস্ত্ৰ মোৰ! যাওঁ মই বিনাশোঁগৈ কোন্ সিটো নৰাধম বাতুল হৈ প্ৰৱেশেহি কন্যাপুৰ মোৰ!

ৰৌদ্ৰ।—প্ৰভো! থাকোতে এই ভৃত্য, স্বয়ং আপুনি লৰিব লাগিছে কিয়? কি ক্ষুদ্ৰ নৰ সিটো! তাৰ বিৰুদ্ধে আপুনি যাত্ৰা কৰিব লাগিলে, আমি সেনাপতি কৰ্ম্মচাৰীৰ বাব লোৱাৰ প্ৰয়োজন কি? কিয় চিকা মাৰি হাত গোন্ধোৱাব লাগিছে আপুনি!

কুম্ভাণ্ড।—হে ৰাজন্! ময়ো কওঁ, আপুনি স্বয়ং ৰণযাত্ৰা কৰিবৰ সময় নৌ আহে এথোন।

বাণ।—( উত্ৰাৱল ভাবে ) নহয়, নকৰা মই স্বয়ং ৰণযাত্ৰা কৰিম। মোৰ আৰু সহ্য নহয়। উঃ! মোৰ সুৰক্ষিত কন্যাপুৰ প্ৰৱেশ কৰি মোৰ কুলচৰিত্ৰ দূষিত কৰেহি, কোন্ সিটো দূষিতাত্মা! অহঃ, মোৰ সাধ্বী সতী ব্ৰহ্মচাৰিণী জীয়াৰী উষা ধৰ্ষিতা হোৱাত মোৰ সুপ্ৰখ্যাত মহৎকুল আজি ধৰ্ষিত হল, মই সহ্য কৰোঁ কেনেকৈ? সেই নৰ-পাষণ্ডক স্বহস্তে বধ নকৰিলে, মোৰ অপ্ৰতিহত বাহুবলৰ অপযশ আহিব!

কুম্ভাণ্ড।—স্থিৰ হওক, দানৱেশ্বৰ। আপুনি এইদৰে উত্ৰাৱল হলে ৰাজ-কাৰ্য্য নিয়াৰিকৈ কেনেকৈ চলিব? ক্ষান্ত হওক, ধীৰভাৱে গবেষণা কৰোক, ই আপোনাৰ যোগ্য কৰ্ম্ম হব নে নহয়। মোৰ মনেৰে হলে নহয়। কিয়নো, দূতৰ মুখে যি বৰ্ণনা শুনিলো, তাৰপৰা বুজিব পাৰিছোঁ;

কন্যাপুৰত চৌৰ বৃত্তিৰে প্ৰৱেশ কৰোঁতা জন কোনোবা কুমলীয়া ৰাজ-কোঁৱৰ ; গৰুড় বাহনেৰে অহালৈ চাই, তেওঁ এজন যাদৱ কোঁৱৰ হব পায়। তেনেকুৱা কোমল কোঁৱৰ আপোনাৰ সন্মুখীন হবৰ যোগ্য নহয় ; আপুনিও তেওঁৰ বিৰুদ্ধে স্বয়ং যাত্ৰা কৰাটো শোভনীয় নহয়। এতেকে সম্প্ৰতি সেনাপতিকে সসৈন্যে যাত্ৰা কৰোৱাবলৈ আজ্ঞা হওক ; আপুনি স্বয়ং লৰিব লগা হয়গৈ যদি, সি পিচ-কথা।

ৰৌদ্ৰ।—মন্ত্ৰী ডাঙৰীয়াই উচিত মন্ত্ৰণা দিছে, মহাৰাজ! ৰৌদ্ৰ হেন সেনাপতি জীবিত থাকোতে বাণ হেন নৰপতিয়ে স্বয়ং ৰণ যাত্ৰা কৰাটো বাস্তৱতে অশোভা আৰু অবৈধ বোধ কৰোঁ।

বাণ।—( উন্মত্তভাৱে ) উঃ। যি মোৰ কন্যাপুৰ অদ্ভুত অগ্নিগড়ৰ দ্বাৰাই পৰিৰক্ষিত, য'ত ভীমবিক্ৰম আদিত্য বসু আৰু ৰুদ্ৰগণ, কিম্বা মহা-তেজোসম্পন্ন অশ্বিনীকুমাৰযুগলেও প্ৰৱেশ কৰিবলৈ কুণ্ঠিত হয়, সেই কন্যা-পুৰৰ কেন্দ্ৰস্থিত উষা-অন্তঃপুৰলৈ অদ্ভুত কৌশলেৰে প্ৰৱেশ কৰি যি সামান্য নৰে দেৱতামানিত দানৱকুল কলুষিত কৰিলেহি, সেই নৰা-ধমক মই স্বহস্তে নিধন নকৰিলে মোৰ তৃপ্তি নহব।

কুম্ভাণ্ড।—হে ৰাজন! আপোনাৰ অত্যধিক শাৰীৰিক বলবীৰ্য্য থাকি-লেও, সেই চৌৰবৃত্তিধাৰী যথা বংশীয় যুৱকৰ প্ৰাণ লবলৈ আধ্যাত্মিক বল নাই ; যিহেতু, যেনে-তেনে-প্ৰকাৰে তেওঁ এতিয়া আপোনাৰ জোৱাঁই। শাস্ত্ৰ মতে জোৱাঁই অবধ্য।

বাণ।—সি কি কথা! মই সম্প্ৰদান নিদিয়াকৈ যি মোৰ জীয়াৰীৰ সতীত্ব হৰণ কৰিলেহি, সি কোন্ বিধিমতে জোৱাঁই হব পাৰে? মন্ত্ৰি, তুমি শাস্ত্ৰত সুবিজ্ঞ লোক হৈ কিয় এনে উদ্‌ভ্ৰান্তৰ মত দিছাঁ?

কুম্ভাণ্ড।—মহাৰাজ! বিবাহ পদ্ধতি এক নহয়, একাধিক। আপুনি সম্প্ৰদান

দিয়া নাই যদিও, সম্ভৱতঃ ইতিমধ্যত আপোনাৰ জীয়াৰীৰ লগত সেই অপৰিচিত পুৰুষৰ গন্ধৰ্ব্ব বিবাহ হৈ গৈছে। তাৰ সন্তেদ্ নোপোৱালৈ আপুনি তেওঁক বধ কৰিব নোৱাৰে।

বাণ।—উঃ! যেয়ে হউক, সেই নৰ পাষণ্ডৰ সেই দুৰ্ম্মতিৰ কি বীৰ্য্য! কি ধৈৰ্য্য! কি ধৃষ্টতা! অবৈধ আৰু অবধ্য হলেও, সেই দুৰ্দ্দান্ত যুৱকৰ লগত এবেগলৈ লৰি চাবলৈ পালে, কিজানি মোৰ অদম্য ৰণলীপ্সা কিয়ৎপৰিমাণে প্ৰদমিত হব পাৰে। নহলে তো মোৰ ধৈৰ্য্যতাই মোক এৰা দিবৰ সময় চাপিল। অহঃ! কতকাল অপেক্ষা কৰিম আৰু মোৰ মনোমত ৰণ লাভলৈ?—নকৰোঁ নকৰোঁ অপেক্ষা আৰু!

কুম্ভাণ্ড।—হে মহাসুৰ! ক্ষান্ত হওক! লালাগিব কৰিব অপেক্ষা আৰু অধিক দিন কি জানি। ঘটনাৰ বিবৃতি মতে যি বুজা গৈছে, উপস্থিত শত্ৰু আগবঢ়ুৱা মাথোন, তাৰ গুৰিবল নৌ আহে এথোন। সেই গুৰি মহাবল আহি সমুখীন হলেহিয়েই আপোনাৰ বাঞ্ছা সিদ্ধি হব বোধ কৰোঁ।

বাণ।—হব পাৰে কোন্ সেই গুৰিবল? কাক বুলি পাঙিছাঁ মনত? মন্ত্ৰী! কিৰূপে জানিছাঁ তুমি হব বুলি যোগ্য বীৰ সেই জন মোৰে সৈতে সমভাৱে সমুখীন হবলৈ?

কুম্ভাণ্ড।—মহাৰাজ! অনুমান মথোন, স্বৰূপকৈ কব নোৱাৰোঁ এথোন। তথাপি, হয় যদি সেই চৌৰবৃত্তিধাৰী জন কোনোবা যাদৱ কোৱঁৰ, তেন্তে তেওঁৰ গুৰিবল হব যাদবেশ্বৰ স্বয়ং শ্ৰীকৃষ্ণ।

বাণ।—( আশান্বিত হৈ ) হব নে তেওঁ যোগ্য প্ৰতিদ্বন্দী মোৰ?

কুম্ভাণ্ড।—পৃথিবীত বৰ্ত্তমান জীবিত শ্ৰেষ্ঠ মানৱৰ মাজত দ্বাৰকেশ্বৰ শ্ৰীকৃষ্ণ সবাতোকৈ শ্ৰেষ্ঠ। তেওঁ যদি আপোনাৰ যোগ্য প্ৰতিদ্বন্দী নহয়, তেন্তে আৰু হওঁতা নাই।

বাণ।—মোতকৈও শ্ৰেষ্ঠ নে তেওঁ?

বাণ ৰজা।

কুম্ভাণ্ড।—দেখিলেহে লেখিম ; এতিয়াই কেনেকৈ কম মহাৰাজ!

বাণ।—বেচ- কথা। তুমি লেখিবলৈকে দেখুৱাম এইবাৰ। কোন্ তোমাৰ শ্ৰেষ্ঠতম মানৱ শ্ৰীকৃষ্ণ, কিমানৰ বীৰ তেওঁ, দেখা যাব পাওঁ যদি লগ। মোৰ আগত ঠাৰৰিব পাৰে তো ভালেই ; নোৱাৰিলে অবাবত অকালত তেওঁ যমপুৰী পাবগৈ! যি হওক, তেওঁ কিছুপৰ ঠাৰৰিব পাৰিলেও হয়। মোৰ সহস্ৰভুজ পৰিমিত বলৰ পূৰ্ণ পৰিতৃপ্তি অৱশ্যে অসম্ভৱ, তথাপি তেওঁৰ লগত লৰি আংশিক তৃপ্তি লাভ হলেও যথালাভ বুলি ভাবিম। শ্ৰীকৃষ্ণৰ নাম শুনোতে ময়ো শুনিছোঁ, তেওঁ বোলে এজন সুকৌশলী যোদ্ধা। মোৰ মনোৰথ সেই কল্পিত যুদ্ধত যৎকিঞ্চিৎ পূৰ্ণ হলেও হব পাৰে। এতেকে, মন্ত্ৰী! তোমাৰ কথাই কথা। সম্প্ৰতি কন্যাপুৰত চৌৰবৃত্তিৰে প্ৰৱেশ কৰা দুৰ্ম্মতি বালকক জীৱন্তে ধৰি আনিবলৈ ৰৌদ্ৰ সেনাপতিয়েই যাত্ৰা কৰক ; ইফালে আমি আচল ৰণৰ আয়োজনত ধৰোঁগৈ,—আঁহাঁহঁক।

( সকলোটিৰ প্ৰস্থান )

## সপ্তম গৰ্ত্তাঙ্ক।

—:০:—

দৃশ্য,—কন্যাপুৰ. উদ্যান, ফুলনি।

( উষাদেবী আৰু অনিৰুদ্ধ কোৱঁৰ )

উষা।—প্ৰাণেশ্বৰ!

অনিৰুদ্ধ।—প্ৰাণেশ্বৰি!

উষা।—দিন যেন উৰিহে যায়! চকুপচাৰতে টুকায়!

অনিৰুদ্ধ।—সঁচা, প্ৰিয়া! সুখৰ দিন এইদৰেই টুকায়, দুখৰ দিন হে নাযায় দুপুৰায়!

উষা।—নাথ! ঠিক ধৰিছে আপুনি। ময়ো সুমৰি চাইছোঁ, কেদিনমানৰ আগেয়ে মোৰ দিন-ৰাতি নাযায়-নুপূৰায় যেন লাগিছিল। সখী চিত্ৰলেখা আপোনাৰ উদ্দেশ্যে উৰি যোৱাৰ পাচত, আপোনাৰে সৈতে ঘূৰি আহি নোপোৱালৈকে সেই এদিন-এৰাতিয়েই মোৰ মানত একো-একোটা যুগ যেন লাগিছিল।

অনিৰুদ্ধ।—লাগিবৰে কথা। প্ৰিয়া! সেই সময়ত মোৰ মানতো এৰাতি আহোঁতেই ছমাহৰ বাট যেন লাগিছিল। আহি থাকোমানে আকাশী বাট দীঘল হৈ হে যায়!

উষা।—সঁচা। সময় যোৱা আৰু বাট টুটা দুয়ো যেন একে সাঁচত হে উঠিছিল। মনৰ অধৈৰ্য্যতাত, দীঘল হৈ হে যায়। ময়ো, সেই সপোনৰ পিঁচদিনা, মনৰ উগুলথুগুলত এই ফুলনিৰপৰা সন্ধিয়াপৰত গৈ গৈ মোৰ শয়নকক্ষ নাপাওঁ-নাপাওঁগৈ যেন লাগিছিল! সখীহঁতে ধৰি ধৰি নি থাকোঁতে আহি আহি মোৰ আমনি লাগিছিল!

অনিৰুদ্ধ।—স্বৰূপ। পিচে, এতিয়া? (চুপতিৰ হাঁহি)

উষা।—(কথা পাহৰাবৰ ছলেৰে) হেৰি, হেৰি! চাওকচোন, সৌ ফুল দুটি! কেনেকৈ ফুলি আছে দেহি, একেটি থুপিতে!

অনিৰুদ্ধ।—আমাৰে ৰিজনি দিছে দুয়ে একেটি থুপিতে ফুলি। দেহিঐ! চোৱাঁচোঁ, হেৰা, দুয়োটি কেনুৱা মৰমে-মৰমে যোঁটা! ইটিয়ে সিটিক, সিটিয়ে ইটিয়ে হাঁহি হাঁহি মিলনৰ দিছে সমিধান!

উষা।—আইঐ দেহি! ইটিত সিটিৰ প্ৰাণ, সিটিত ইটিৰ! কি যে প্ৰাণবিনিময়!

অনিৰুদ্ধ।—অতি স্বাভাৱিক। প্ৰিয়া! নতু নাযায় বান্ধ দাম্পত্য-যোৰা। নিজতে বিজাই চোৱাঁ।

উষা।—সঁচা, প্ৰাণেশ্বৰ! আমিয়ে উপমা ফুলৰ, নে ফুলেই উপমা আমাৰ; নাপাওঁ উৰাধি তাৰ!

অনিৰুদ্ধ।—আৰু, প্ৰাণেশ্বৰি! আঁতিগুৰি তাৰ প্ৰেম-আকৰ্ষণ; পাচত প্ৰণয়-বন্ধন।

উষা।—স্বৰূপে ধৰিছে আপুনি। হেৰি, নাথ! আছিল আপুনি ক'ত, আছিলোঁ বা মই ক'ত,—সহস্ৰ যোজনৰ বাট!—আজি দুয়ো একেঠাঁই, একেটি থুপিত!

অনিৰুদ্ধ।—প্ৰিয়া হেৰেই! বিধাতাই পাতিছে যোৰা! আছোঁ দুয়ো যোৰালাগি, থাকোঁ যেন চিৰকাল।

উষা।—প্ৰাণেশ্বৰঐ! থাকোঁ যেন যোৰালাগি, থাকোঁ আজীৱন। জন্মে-জন্মে জীওঁ যেন আমি দুটি প্ৰাণ যোৰা পাতি এই ভাৱে!
(প্ৰেমগদ্‌গদ্ অন্তৰেৰে কুমাৰৰ কৰ্ণমূলত নিজৰ নাকৰ পাহিৰে সৈতে স্পৰ্শ কৰি বিভোল হয়)

(এনেতে, ধৰ-মাৰকৈ ৰাজকীয় সেনাদলৰে সৈতে ৰৌদ্ৰ সেনাপতিৰ আচম্বিতে প্ৰৱেশ)

ৰৌদ্ৰ।—আছাঁ ক'ত কন্যাচোৰ! ওলাই আহাঁ, নিওঁ ধৰি বাণপুৰলৈ।

উষা।—(চঁক্‌খাই উঠি) ইকি! ইকি হল হাঁয়!—কোন্ তুমি? কিয় হলাঁ আহি শান্তিত বিঘিনি মোৰ। কোনে দিলে এৰি বাট অন্তঃপুৰলৈ?

ৰৌদ্ৰ।—আইদেউ! ৰাজসেনাপতি মই। জানাঁ তুমি, ৰৌদ্ৰ নাম মোৰ। ৰাজাজ্ঞাত আহিছোঁ ইঠাঁই। বলেৰে প্ৰৱেশিছোঁ আহি। সাধ্য কাৰ ৰোধে মোৰ গতি!

উষা।—কি বুলি প্ৰৱেশিলাঁ অন্তঃপুৰত মোৰ! কিবা উদ্দেশ্য তোমাৰ? অপৰাধী তুমি অনধিকাৰ প্ৰৱেশৰ বাবে। বন্দী তুমি; আজ্ঞা মোৰ।

ৰৌদ্ৰ।—আইদেউ! আপোনাৰ আজ্ঞা নৰজে ইবেলা! আজ্ঞাৰ উপৰি আজ্ঞা যি, সেই আজ্ঞা পালনৰ হেতু মই আহি উপস্থিত। কোন্

সিটো নৰাধম, চোৰ হৈ প্ৰৱেশিছে এই অন্তঃপুৰত ? নিব লাগে ধৰি তাক ৰাজসমীপলৈ।

অনিৰুদ্ধ।—( প্ৰবল বেগেৰে আগ বাঢ়ি গৈ, সেনাপতিৰ হাতৰ অস্ত্ৰ কাঢ়ি লৈ ) নৰাধম ! কোন্ নৰাধম ?—নৰাধম তুমি। ইচ্ছা হলে, এতিয়াই পঠিয়াব পাৰোঁ যমপুৰী। ( দুইৰো মাজত দ্বৈৰথযুদ্ধ ; সেনাপতিয়ে ঠাৰিব নোৱাৰি এৰাই লৰ মাৰে ; ৰাজসেনাদল ছত্ৰভঙ্গ হৈ দিহাদিহি পলায় )

উষা।—( আতুৰভাৱে কৰযুৰি ) হে ভগবান ! ৰক্ষা কৰা, অকলশৰে লৰে মোৰ প্ৰাণেশ্বৰ।

অনিৰুদ্ধ।—প্ৰিয়া ! নকৰিবা ভয়। চাই থাকা, মোহাৰোঁ কিৰূপে আজি শিয়ালৰ দল। ( সসৈন্যে সেনাপতিৰ পুনঃ প্ৰৱেশ )

ৰৌদ্ৰ।—আহাঁ, পুনঃ এইবাৰ। দেখোঁ তুমি কিমানৰ বীৰ। ৰজাৰ আজ্ঞা জীৱন্তে ধৰি নিবলৈ, নতু এই মূহূৰ্ত্ততে তোমাক দেখুৱালোঁহেঁতেন যমপুৰী।

অনিৰুদ্ধ।—( চাপি গৈ ) চাপিছোঁ কাষ। নিয়া ধৰি শক্তি আছে যদি।

ৰৌদ্ৰ।—( সেনাবৰ্গৰ প্ৰতি ) ধৰহঁক। কি চাই আছ ? বন্দী কৰ, লৈ যাওঁ ৰাজসমীপলৈ।

(সেনাগণে কিৰিলিয়াই বেৰি কুমাৰক গৰাহ মাৰি ধৰে ; সেনাপতি আৰু কুমাৰৰ ডবৰা-ডাবৰি ; সেনাপতিৰ হাতৰ অস্ত্ৰ কাঢ়ি লৈ দলিয়াই পেলাই কুমাৰে মল্লযুদ্ধ আৰম্ভ কৰে ; ঠাৰৰিব নোৱাৰি সৈন্যসমন্বিতে সেনাপতি পলাই পত্ৰং দিয়ে )

উষা।—( উধাতুখাই গৈ কুমাৰক সাবটি ধৰি ) নাথ ! নাথ ! মোৰ প্ৰাণেশ্বৰ !

অনিৰুদ্ধ।—প্ৰাণেশ্বৰি ! নহবা অধীৰা। নকৰিবা ভয়। ভাগিল ভয়াতুৰ দল। বলা যাওঁ। সন্ধ্যা হল। সোমাওঁ ভিতৰ।

বৌদ্ৰ।—( পুনৰপি ভুমুকি মাৰি ) বিস্ময়! কি অদ্ভুত বীৰ! দুবাৰো মোহাৰি পেলালে মোক চৈমনীয়া লৰা এজনে! কোন্ বীৰৰ সঁচ, কব নোৱাৰো! যাওঁ, উলটি ৰজাৰ আগত সমস্তে বিবৰি কওঁগৈ। (প্ৰস্থান)

অনিৰুদ্ধ।—( আপোনা-আপুনি ) যোৱাঁ, কোৱাঁগৈ, ৰজাই মোৰ কাণ কাটিবহি!

উষা।—হেৰি নাথ! সঁচাকৈয়ে পলাল বৌদ্ৰ সেনাপতি। যাওক, আপদ গল। কিন্তু, প্ৰাণেশ্বৰ! এয়ে নহয় শেষ। অচিৰে আহিব পুনু দানৱ বাহিনী। আহিব ইবাৰ শতাধিক প্ৰতাপেৰে। কিহৰ উপায় হাঁয়!

অনিৰুদ্ধ।—চিন্তা নাই, প্ৰিয়া! উপায় অৱশ্যে হব। আহি থাওক, আছেমানে দানৱ ৰণবল। অকলে জিনিম মই মহীমূৰ কৰি!

( আচম্বিতে নাৰদ মুনিৰ প্ৰৱেশ )

নাৰদ।—জয় হৌক কুমাৰৰ। জয়যুক্তা হোৱাঁ হেৰা উষাদেবি!

( দেৱৰ্ষিৰ চৰণ স্পৰ্শি উষা-অনিৰুদ্ধৰ প্ৰণিপাত )

উষা।—লইছোঁ আশীষ দেৱ, দুয়ে শিৰপাতি। দিয়া পুনু আশীৰ্ব্বাদ, পাওঁ যেন পৰিত্ৰাণ আসন্ন আপদ নাশি। নিঃসহায় প্ৰাণেশ্বৰ মোৰ!

নাৰদ।—পাবাঁ পৰিত্ৰাণ। নকৰিবাঁ ভয়। কুমাৰৰ অমোঘ সহায় বৰ্ত্তমান আছে। যাওঁ মই এতিক্ষণে দ্বাৰকা উদ্দেশে। দিওঁগৈ দ্বাৰকেশ্বৰত উপস্থিত সঙ্কটৰ সংবাদ। উদ্ধাৰিব আহি শ্ৰীকৃষ্ণৰূপী হৰি। নহবাঁ চিন্তিত

অনিৰুদ্ধ।—যোৱাঁ দেৱদূত, দেৱৰ্ষি নাৰদ! ঘূৰিবাঁ ত্বৰিতে।

( উষা অনিৰুদ্ধই প্ৰণিপাত কৰে; আশীৰ্ব্বাদ দি নাৰদৰ প্ৰস্থান। উষা-অনিৰুদ্ধই ধীৰে ধীৰে অন্তঃপুৰ প্ৰৱেশ কৰে। )

—:o:—

## তৃতীয় অঙ্কপাত।

# ৪ । অঙ্ক ।

—:•:—

## প্ৰথম গৰ্ব্ভাঙ্ক ।

—:•—

দৃশ্য,—কুৰুক্ষেত্ৰত পাণ্ডৱ শিবিৰ ।

[ ভীমাৰ্জ্জুন ]

ভীম ।— কি কাম কৰিলোঁ হাঁয় ! হেৰা, অৰ্জ্জুন ! অগ্ৰপশ্চাৎ নুগুণাকৈ সন্ধিৰ প্ৰস্তাৱ গ্ৰহণ কৰি আমি অতি গৰ্হিত কাম কৰিলোঁ ! সেই কুক্ষণত পৰি, অনিৰুদ্ধ উদ্ধাৰৰ যাত্ৰাত শ্ৰীকৃষ্ণদেৱক সহায় কৰা সোণাময় ছেগ এটিও হেৰুৱালোঁ ! এতিয়া সেই অকাৰ্য্য খণ্ডনাৰ্থে কি উপায় কৰোঁহক ?

অৰ্জ্জুন ।— হে মোৰ অগ্ৰজ বৃকোদৰ ! মোৰ মনেৰে আমি একো অকাৰ্য্য কৰা নাই । অগ্ৰজৰ অনুজ্ঞা পালন কৰা গৰ্হিত কাৰ্য্য নহয় ; বৰঞ্চ সি জ্ঞানী সমাজৰ গ্ৰহণীয় ধৰ্ম্ম-কৰ্ম্ম । আৰু, জানিব, অনিৰুদ্ধ কুমাৰক উদ্ধাৰ কৰিবলৈ স্বয়ং হৰি শ্ৰীকৃষ্ণৰ আত্মবলেই যথেষ্ট ; তথাপি, আমাৰ সাহায্যৰ প্ৰয়োজন হলে আমি যথাসময়ত নিশ্চয় সংবাদ পামহঁক ।

ভীম ।—হেৰা অৰ্জ্জুন ! তুমি মোৰ অন্তৰৰ আত্মগ্লানি হৃদয়ঙ্গম কৰিব পৰা নাই । নহয়, বৃথা বুজনিৰ শান্তিপানী ঢালি তাক ধোৱাঁময় কৰিবলৈ নাচালাহেঁতেন । কৃষ্ণা পাঞ্চালীৰ যুক্তিযুত ধিক্কাৰে আমাৰ অন্তৰৰ প্ৰজ্বলিত অনুতাপত যি ঘৃতাহুতি ঢালিলে, তাক তুমি অলপো গমি চোৱা নাই । আৰু, আমাৰ সেই কাপুৰুষতাৰ নিদৰ্শন পাই হে

শ্ৰীকৃষ্ণদেৱে এইবাৰ কামৰূপ যাত্ৰাত আমাক এৰি গল। অহঃ; মই লগত যাবলৈ পোৱা হলে অনায়াসে অনিৰুদ্ধ কুমাৰক উদ্ধাৰি আনিলোঁহেঁতেন!

অৰ্জ্জুন।—হে মহাবাহো! আপোনাৰ আন্তৰিক অনুতাপ মই অনুভৱ নকৰাকৈ থকা নাই। কৃষ্ণাৰ সেই একেটা ধিক্কাৰেই মোৰ অন্তৰতো আক্ষেপৰ আগ্নেয় শিখা প্ৰজ্জলিত কৰিছে। তাৰ পোৰণিত মই তৰণি পোৱা নাই! বিশেষতঃ, কুমাৰ হৰণ আপদত যাদৱ বান্ধৱক অযাচিতে সহায় কৰিবলৈ নাপাই মোৰ অন্তৰ অনুতাপত দগ্ধ হব লাগিছে! পিচে, কৰোঁ কি! অগ্ৰজৰ অনুজ্ঞা অখণ্ডনীয়।

ভীম।—তুমি যি কৰাঁ, কৰিবাঁ; মোলৈ কিন্তু সি অসহ্য! উঃ! কৃষ্ণাৰ সেই মৰ্ম্মভেদী বাণীয়ে মোৰ অন্তৰ স্তৰে স্তৰে ভেদিছে। অহঃ! মোৰ প্ৰতিজ্ঞা! মোৰ জীৱনৰ পণ! নোৱাৰোঁ এৰিব মই। যাওঁ, যাওঁ ময়ো এই ছেগতে কৃষ্ণ অনুগামী হৈ অনিৰুদ্ধ কুমাৰক উদ্ধাৰ কৰি আনোগৈ।

[ উত্ৰাৱল হৈ যাবলৈ উদ্যত ]

অৰ্জ্জুন।—হে হিড়িম্বানাথ! আপোনাৰ বীৰোচিত উক্তি খণ্ডাবলৈ মোৰ যুক্তি নাই। কিন্তু, অলপ দকৈ গমি চাওক, অগ্ৰজৰ অনুজ্ঞা পালনো আমাৰ অন্যতম লক্ষ্য। কুমাৰৰ উদ্ধাৰাৰ্থে আমাৰ উপস্থিতিৰ প্ৰয়োজন হলে, আমিও তুৰন্তে কন্যাপুৰ উদ্দেশে কামৰূপ-যাত্ৰা কৰিম; সম্প্ৰতি আপুনি ক্ষান্ত হওক।

[ যুধিষ্ঠিৰৰ প্ৰৱেশ ]

যুধিষ্ঠিৰ।—ভীমাৰ্জ্জুন! তোমালোকে অতপৰ আঁতৰি কি কৰিছাঁহি ইয়াত? মই তোমালোকক বিচাৰি এইখিনি পাইছোঁহি। কাৰণ, কুমাৰ-হৰণ সংবাদে মোক অতিকৈ বিচলিত কৰি পেলাইছে!

ভীম।—(উত্ৰাৱলচিত্তে যুধিষ্ঠিৰৰ চৰণত ধৰি) হে ধৰ্ম্মৰাজ! ক্ষমা কৰক। মোৰ পক্ষে আৰু অসহন! আজি অতকাল মই আপোনাৰ অনুজ্ঞা পালনত ত্ৰুটী কৰা নাই। কতবাৰ শৰীৰৰ উতলা তেজ শৰীৰতে চেঁচা পেলাই মনৰ উদ্বেগ মনতে মাৰ নিয়াই, আপোনাৰ অভিমত ৰক্ষা কৰি আহিছোঁ;—এইবাৰ একেবাৰে অসহ্য! কৃষ্ণাৰ ধিক্কাৰে মোক উদ্বেলিত কৰিছে। মই সন্ধিৰ প্ৰস্তাবত মান্তি হব নোৱাৰোঁ। আজ্ঞা কৰক, মোৰ এই পৰিবৰ্ত্তিত অভিমত শ্ৰীকৃষ্ণত জ্ঞাপন কৰোঁগৈ; আৰু সেই সূত্ৰেগতে কামৰূপলৈ যাত্ৰা কৰি, অনিৰুদ্ধ উদ্ধাৰত যোগ দি অলপ শান্তি লাভ কৰোঁগৈ।

যুধিষ্ঠিৰ।—হেৰা, বৃকোদৰ! তুমি কিয় ইমান উচাতন হৈছা? স্থিৰ হোৱা। ধৈৰ্য্য ধৰা। অনিৰুদ্ধ কুমাৰক উদ্ধাৰ কৰা কাৰ্য্যত আমাৰ সহযোগ প্ৰয়োজন হলেই মই আপোনমনেৰে তোমালোক দুইকো কন্যাপুৰলৈ যাত্ৰা কৰাম।

ভীম।—হে ধৰ্ম্ম! নধৰিব আৰু মোক। আত্ম-প্ৰতিজ্ঞা ভঙ্গ কৰিবলৈ মোৰ আত্মবল নাই। তদুপৰি, বীৰকন্যা, বীৰযায়া, বীৰজননী, আদৰ্শ ৰমণী, কৃষ্ণা পাঞ্চালীৰ অসহ্য ধিক্কাৰৰ প্ৰেৰণা! অসহ্য! অসহ্য!

যুধিষ্ঠিৰ।—বুজিছোঁ বিশেষ। কিন্তু, হেৰা ভীম! গমি চোৱা। আত্মবংশ ধ্বংস কৰি কি লাভ আমাৰ? বংশ-কুটুম্ব, আত্মীয়-স্বজন বৰ্জ্জিত হৈ ৰাজ্যভোগত সুখ-সন্তোষ কি আছে? সেই হে চাইছোঁ, পাৰোঁ যদি, বিনা ৰক্তপাতে উদ্দেশ্য সিদ্ধি কৰোঁ। তালৈকো, কি যে দুৰ্ভাগ্য, কুমাৰ অনিৰুদ্ধ-হৰণে সম্প্ৰতি আমাৰ চকুৰ মণি শ্ৰীকৃষ্ণকো হৰি নিছে!

(আচম্বিতে দ্ৰৌপদীৰ প্ৰবেশ)

ভীম —( চঁকৃখাই উঠি ) অ, কৃষ্ণা! পালাঁহি আকৌ! (যুধিষ্ঠিৰৰ চৰণত ধৰি) নধৰিব আৰু প্ৰভো! নবধিব মোক। নোৱাৰোঁ এৰিব মোৰ

প্ৰাণৰ প্ৰতিজ্ঞা। দুৰ্য্যোধনৰ উৰুভঙ্গ আৰু দুঃশাসনৰ ৰক্তপান মোৰ এই লক্ষ্য ভ্ৰষ্ট হব লাগিলে, এই জীৱন ধাৰণৰ আৰু প্ৰয়োজন নাই। হয় মোৰ প্ৰতিজ্ঞাপালনৰ লক্ষ্য স্থিৰ ৰাখক, নহয় মোৰ প্ৰাণ লওক। মোৰ প্ৰতিজ্ঞা বৰ্জ্জনৰ পূৰ্ব্বেই মই আত্মবিসৰ্জ্জন বাঞ্ছা কৰোঁ। হে মোৰ আৰাধ্য অগ্ৰজ! ক্ষমা কৰিব, নোৱাৰোঁ ভাঙ্গিব মোৰ অলঙ্ঘ্য প্ৰতিজ্ঞা! অসম্ভৱ, অসম্ভব! নামানে বুজনি মনে, নুবুজে পৰাণে। অসহ্য! অসহ্য!! অসহ্য!!!

( উত্তৰাৱল হৈ প্ৰস্থান )

দ্ৰৌপদী।—(উত্তেজিতা হৈ ) ধন্য! ধন্য! ধন্য ভীষ্মৰ প্ৰতিজ্ঞাসম ভীমৰ প্ৰতিজ্ঞা! ধন্যা মই! ধন্য মোৰ কুল-মান! ধন্যা মই পাণ্ডুৰ বোৱাৰী।

যুধিষ্ঠিৰ।—( হতাশ হৈ অৰ্জ্জুনৰ প্ৰতি) কি হব উপায়! এই আসন্ন আপদৰ পাৰ কেনেকৈ পাওঁ! ভীমক ঘূৰাব নোৱাৰিলে সন্ধিৰ প্ৰস্তাৱ ভ্ৰষ্ট হয় এতিয়া!

দ্ৰৌপদী।—( উন্মত্তা হৈ ) কি দিব উপায়? আছে কি উপায়? অকৰ্ম্মা নিৰ্জ্জীৱ আজি পৃথাৰ নন্দন! পাৰ্থ নামৰ অযোগ্য আজি তেওঁ। আজি তেওঁ সেই বিৰাটৰাজৰ ঘৰৰ নপুংসক! গাণ্ডীব ধাৰণৰ অযোগ্য আজি তেওঁ।

অৰ্জ্জুন।—হেৰা যাজ্ঞসেনি! যথেষ্ট হৈছে; আৰু নজলাবা। তোমাৰ ধিক্কাৰে মোৰ অন্তৰ স্তৰে-স্তৰে বিদ্ধ কৰিছে। ( যুধিষ্ঠিৰৰ প্ৰতি ) হে মোৰ স্বৰ্গতো অধিক পূজনীয় অগ্ৰজ! আপোনাৰ অনুজ্ঞা পালনাৰ্থে এই জীৱন উছৰ্গিত কিন্তু সাধ্য কি মোৰ, অগ্ৰজ ভীমসেনক ঘূৰাবলৈ। এতেকে, সম্প্ৰতি ক্ষান্ত হওক, সমস্যাহাৰী হৰি শ্ৰীকৃষ্ণ ঘূৰি নাপায়হিমানে।

যুধিষ্ঠিৰ।—( বিচলিত হৈ ) ইও মোৰ অন্যতম চিন্তা। মোৰ প্ৰাণাধিক প্ৰিয়তম অনুজোপম শ্ৰীকৃষ্ণদেৱ এতিয়া ক'ত, কি ভাৱে আছে, তাৰ

সঠিক সম্ভেদ নাপাই মোৰ মন-প্ৰাণ অস্থিৰ হৈ পৰিছে। কুমাৰ-হৰণ সংবাদে মোক ক্ৰমাৎ বিমোৰ কৰি আনিছে।

দ্ৰৌপদী।—হায়! কুমাৰ-হৰণ সংবাদে মোকো তল নিয়াই থৈছে। ভগবান মাধৱৰ গতি-স্থিতিৰ স্বৰূপ বাৰ্ত্তা নাপাই মোৰ অন্তৰত তৰণি নাই, চকুত টোপনি নাই।

অৰ্জ্জুন।—পাইছোঁ সঠিক সংবাদ। সখি শ্ৰীকৃষ্ণদেৱে দ্বাৰকাত গৈ কামৰূপৰ কন্যাপুৰ যাত্ৰালৈ বিপুল আয়োজন কৰিছেগৈ। সেই ৰাজ্যৰ ৰজা বাণাসুৰৰে সৈতে এখন ভীষণ ৰণ পাতিবলৈ তেওঁ সচেষ্ট হৈছেগৈ। কাৰণ, বাণ ৰজাৰ সুৰক্ষিত কন্যাপুৰতে সম্প্ৰতি কুমাৰ অনিৰুদ্ধ বন্দী হৈ আছে।

দ্ৰৌপদী।—( বিচলিত হৈ ) ভীষণ ৰণ। হায়. সুদূৰ বিদেশত ভীষণ ৰণ দিবলৈ মাধৱক অকলশৰে পঠিয়াই আমি নিশ্চিন্ত আছোহঁক!

অৰ্জ্জুন।—নহয় অকলশৰে। বাসুদেৱে যাদৱবাহিনীৰে সৈতে গৈ, দুৰ্জ্জয় বাণ ৰজাক জয় কৰি, কন্যাপুৰৰপৰা কুমাৰ অনিৰুদ্ধক উদ্ধাৰ কৰি আনিবগৈ।

যুধিষ্ঠিৰ।—( অস্থিৰ হৈ ) অহঃ! কোৱাঁ অৰ্জ্জুন, অদ্যোপান্ত ভাঙ্গি কোৱাঁ মোক। নকৰাঁ পলম।

দ্ৰৌপদী।—অনতিপলমে কওক ভাঙ্গি, কিবা কথা, কিবা বাৰ্ত্তা। ক'ত কন্যাপুৰ? কিৰূপে অনিৰুদ্ধ বন্দী হলগৈ তাত? কোনে হৰি নিলেহি কুমাৰক?

অৰ্জ্জুন।—সেই দিনা আচম্বিতে আহি ৰুক্মিণীদেৱীয়ে শ্ৰীকৃষ্ণদেৱক উপপ্লব্যৰপৰা ততাতৈয়াকৈ লৈ যোৱাৰ বিষয়ে আমাৰ জনা আছে। তাৰ পাচত, নিৰুদ্দেশ কৃষ্ণনাতি অনিৰুদ্ধ কুমাৰৰ সন্ধান পোৱা গল। কামৰূপৰ কোনোবা মায়াবিনীয়ে আহি কুমাৰক হৰণ কৰি নিলেহি। নি,

কন্যাপুৰৰ ৰজা বাণাসুৰৰ জীয়াৰী অনুপমা ৰূপহী উষাদেবীক অৰ্পণ কৰিলেগৈ। তাতে, সেই উষানাম্নী কুমাৰীৰে সৈতে অনিৰুদ্ধ কুমাৰৰ গান্ধৰ্ব্ব বিবাহ হৈ গল। কিন্তু, সেই কাৰ্য্য বাণ ৰজাৰ অজ্ঞাতসাৰে সম্পাদিত হৈছিল, গতিকে তেওঁ কুমাৰক কন্যাপুৰতে মায়াযুদ্ধেৰে পৰাস্ত কৰি বন্দীকৈ ৰাখিছে। এতিয়া, সৰ্ব্বজ্ঞান স্বৰূপ শ্ৰীকৃষ্ণদেৱৰ সন্ধান মতে, আৰু ইতিমধ্যত দেৱৰ্ষি নাৰদৰ বাৰ্ত্তা অনুযায়ী, কুমাৰক তাৰপৰা উদ্ধাৰ কৰি আনিবলৈ যাদৱবাহিনীৰে সৈতে ৰণযাত্ৰাৰ অৰ্থে স্বয়ং শ্ৰীহৰি দ্বাৰকেশ্বৰ সন্থম হৈছেগৈ। সেই আলমতে এতিয়া শ্ৰীকৃষ্ণৰূপী হৰি আৰু বাণৰূপী হৰৰ মাজত এখন অভাবনীয় হৰি-হৰ যুদ্ধ সংঘটিত হবৰ আগন্তুক হৈছে।

যুধিষ্ঠিৰ।—( শোকবিহ্বল হৈ ) অহ, মোৰ কৃষ্ণ অকলশৰে! অতদূৰৈত পৰৰ ৰাজ্যত! হৰ হেন শক্ৰৰ মুখত! হাঁয়, কি মোৰ দুৰাদৃষ্ট! কেশৱে কিবা ভাবি, তেওঁৰ অবিচ্ছেদ সঙ্গী ভীমাৰ্জ্জুনক এই যাত্ৰাত অগ্ৰাহ্য কৰি এৰি গল!

দ্ৰৌপদী।—অগ্ৰাহ্য কৰাৰ অৰ্থ আছে। ভীমাৰ্জ্জুনৰ চৰিত্ৰত যি হীন-বলতাৰ পৰিচয় পোৱা গৈছে, তালৈ চাই আগন্তুক হৰিহৰ মহাৰণলৈ সিবিলাকক লগত নিনিয়াটো মঙ্গলজনক হে হৈছে। সেই ভাবিয়েই অন্তৰ্য্যামী হৰিয়ে ইবিলাকক এৰি অকলশৰে গৈছে।

অৰ্জ্জুন।—অকলশৰে নহয়। লগত স্বয়ং হৰহেন অগ্ৰজ বলৰাম, মহাবাহু পুত্ৰ প্ৰদ্যুম্ন কোঁৱৰ, মহাৰথ সেনাপতি সাত্যকি, অনিৰ্ব্যাহ্য আগৰণুৱা সুপৰ্ণ, সুদৃঢ় গুৰিধৰা সেনানায়ক অনাধৃষ্টি প্ৰমুখ্যে কেইবাজনো বিচক্ষণীয়া যাদৱ বীৰ যাবলৈ প্ৰস্তুত হৈছে। তথাপি, সখি শ্ৰীকৃষ্ণই আমাকো লগত নিয়া হলে ভাল আছিল ; অন্ততঃ মই যাবলৈ পোৱা হলেও কুমাৰ-হৰণ প্ৰত্যাখান কৰাৰ ছেগতে মোৰ গাণ্ডীবধাৰণৰ সাৰ্থকতা সাধি আহিবগৈ

পৰিলোঁহেঁতেন। বাণৰাজ্যত মই পদাৰ্পণ কৰাগৈ নাই যদিও, তাৰ মহা-প্ৰতাপী ৰাজ-ক্ষমতাৰ বিষয় মোৰ অবিদিত নহয়। মোত কৈও অগ্ৰজ ভীমসেনে সেই অঞ্চলৰ বিষয়ে বেচিকৈ জানে; কিয়নো তেওঁ তাৰ সন্নিকটৰ হিড়িম্বা ৰাজ্যত বহুদিন বাস কৰিছিল।

দ্ৰৌপদী।—মানোঁ. মহাবলী মহাতেজী ভীমপ্ৰতিজ্ঞ ভীমসেন যাবলৈ পোৱা হলে, অৱশ্যে মহাগুৰু মাধৱৰ যৎকিঞ্চিত উপকাৰ হলহেঁতেন; কিন্তু আজিৰ নিৰ্জ্জীৱ প্ৰাণ পাৰ্থ যোৱা হলে, অনিৰুদ্ধ উদ্ধাৰত কেশৱৰ কিবা লাভ হলহেঁতেন বুলি মোৰ বিশ্বাস নহয়। কুৰুক্ষেত্ৰ-ৰণৰপৰা অব্যাহতি পাবৰ অৰ্থে তেওঁ সন্ধিৰ প্ৰস্তাব সমৰ্থন কৰা উদাহৰণেই তাৰ বিশিষ্ট প্ৰমাণ।

অৰ্জ্জুন।—কিয়া কোৱা কৃষ্ণা! মোৰ বীৰত্বৰ প্ৰতি তোমাৰ ইমান অৱজ্ঞা যি গাণ্ডীবৰ টঙ্কাৰত ত্ৰিভুবন বিকম্পিত, সেই ধনুশ্ৰেষ্ঠ গাণ্ডীবলৈ তোমাৰ ইমান অশ্ৰদ্ধা! যি ধনুৰ্বিদ্যাৰ গুণত অদ্ভুত মৎস্যচক্ৰ ভেদ কৰি মই তোমাৰ পিতৃৰাজৰ অসম্ভৱ পণ সম্ভৱ কৰিলোঁ, সেই ধনুৰ্ব্বাণৰ গুণ ইমান সোনকালে পাহৰিলা! মই যোৱা হলে উলটি বাণ ৰজা বন্দী হৈ অনিৰুদ্ধ কুমাৰ অনায়াসে মুক্ত হলহেঁতেন বুলি তোমাৰ ধাৰণা নহয় নে৷

দ্ৰৌপদী।—গাণ্ডীবৰ মাহাত্ম্য বিষয়ে লেশমানো মই বিস্মৃত হোৱা নাই; বৰঞ্চ সেই মহাধনুৰ্ধাৰী হৈ আপুনি অনেক অসম্ভৱ কাৰ্য্য সম্ভৱ কৰা বিষয় মোৰ মনত তেজা হৈ ৰৈছে। হে ধনঞ্জয়! কুবেৰক জিনি বস্তু সঞ্চয় কৰি ধনঞ্জয় নাম প্ৰাপ্তিৰ বিষয়ো মোৰ স্মৰণ আছে। কিন্তু, হে ধনুৰ্ব্বীৰ! আজি সেই গুণবলে আপোনাক এৰা দিছে; নতু কুৰুক্ষেত্ৰ-ৰণলৈ ভৰাই আপুনি সন্ধিৰ প্ৰস্তাৱত সম্মতি নিদিলেহেঁতেন।

অৰ্জ্জুন।—অহঃ, কি আছে উত্তৰ! হে কৃষ্ণা! হে যাজ্ঞসেনি! হে নিৰুপমা বীৰাঙ্গনা! তোমাৰ ওজস্বিনী বীৰত্ব বাণীয়ে মোৰ বীৰত্ব

প্ৰদৰ্শন নিস্প্ৰভ কৰি পেলাইছে! হে বীৰকন্যা! হে বীৰজননি! ধন্য তুমি! তোমাৰ এই তেজোময় আদৰ্শে জগতত যুগে-যুগে নাৰী-জাগৰণৰ উদ্দীপনা দান কৰিব।

দ্ৰৌপদী।—সি যি হওক, ( যুধিষ্ঠিৰৰ প্ৰতি ) হে ধৰ্ম্মৰাজ! শ্ৰীহৰি শ্ৰীকৃষ্ণৰ লগৰীয়া হৈ ভীমাৰ্জ্জুন অনিৰুদ্ধ উদ্ধাৰলৈ যাবলৈ নোপোৱাটো একো আক্ষেপৰ বিষয় হোৱা নাই। কিয়নো, ই যদুসিংহ বাসুদেৱৰ, ইচ্ছাকৃত কাৰ্য্য। কুমাৰ-হৰণ প্ৰত্যাখান কৰোৱা কাৰ্য্য যাদৱৰ, পাণ্ডৱৰ নহয়। এই কাৰ্য্যত অপৰৰ সাহায্য গ্ৰহণ কৰিলে, সুপ্ৰখ্যাত বৃষ্ণিকুলৰ অখ্যাতি আহিব পাৰে; গতিকে সুদূৰদৰ্শী ৰণপণ্ডিত অসাধাৰণ ৰাজনৈতিক মহাপুৰুষ মাধৱে নিশ্চয় গভীৰ গবেষণাৰ ওপৰত হে গাৰ ছাঁ যেন ভীমাৰ্জ্জুনৰ সঙ্গ নিবিচৰাকৈ সুদূৰ মায়াভূমি কামৰূপৰ অন্তৰ্গত কন্যা-পুৰত দুৰ্জ্জয় দানৱৰাজ বাণ মহাসুৰৰে সৈতে অভাবনীয় হৰি-হৰ ৰণ সদৃশ, মহাৰণ পাতি তেওঁৰ প্ৰাণপ্ৰতিম নাতিকোৱঁৰ প্ৰদ্যুম্ননন্দন কন্দৰ্প-তনু অনিৰুদ্ধক উদ্ধাৰ কৰি আনিবলৈ গৈছে। অদ্ভুত বীৰকেশৰী কেশৱৰ উদ্দেশ্য যে সিদ্ধি হব, তাত ধনিষ্ঠামানো সন্দেহ নাই। এতেকে, আপোনালোক চিন্তিত হোৱাৰ সকাম নাই। আহক, আমি শিবিৰলৈ উলটি গৈ কুৰুক্ষেত্ৰ মহাৰণ ৰচোঁতা শ্ৰীকৃষ্ণৰ অনুপস্থিতিত পাণ্ডৱৰ কি কৰা যুগুত সেই বিষয়ে পৰ্য্যালোচনা কৰোঁগৈ।

যুধিষ্ঠিৰ।—ধন্যা তুমি! ধন্যা দ্ৰুপদনন্দিনি! তোমাৰ ওজস্বিনী আশ্বাসত বিশ্বাস কৰি সম্প্ৰতিকলৈ নিশ্চিন্ত হলোঁ। কৃষ্ণৰ অবিহনে তুমি কৃষ্ণা আজি আমাৰ ৰণ-মন্ত্ৰণাদাতৃ। বলা যাওঁ, শিবিৰত তোমাৰ প্ৰস্তাবিত্ত পৰ্য্যালোচনাত ধৰোঁগৈ।

( তিনিওৰো প্ৰস্থান )

---

## দ্বিতীয় গৰ্ভাঙ্ক।

—ঃ•ঃ—

দৃশ্য,—উষা-অন্তঃপুৰ ।

( উষা দেৱী আৰু অনিৰুদ্ধ কুমাৰ )

অনিৰুদ্ধ ।—( ক্ষত-বিক্ষত শৰীৰ ) নহবাঁ অধীৰা প্ৰিয়া ! নকৰিবা খেদ। হোৱা নাই ক্লান্ত মই অৰ্দ্ধেকো প্ৰমাণে। পাৰিলেঁ হেঁতেন আৰু যুঁজিব বিস্তৰ ।

উষা ।—( কান্দি কান্দি ) দেহি ঐ ! সুকোমল শৰীৰত সুকঠিন অস্ত্ৰাঘাত, অথালি-পথালিকৈ ! তেজেৰে ৰাঙলী দেহা ।

অনিৰুদ্ধ ।—প্ৰিয়া !

উষা ।—নাথ !

অনিৰুদ্ধ ।—বীৰকন্যা তুমি। বীৰযায়া বৰ্ত্তমানে । কিয় হোৱাঁ সকাতৰা ৰণৰক্ত দেখি ?

উষা ।—হাঁয়, অত তেজ ! অ'ত-ত'ত সৰ্ব্বশৰীৰত ! কোন্‌সতে থাকোঁ চাই । অভাগিনী মই ; অযাচিতে হলোঁ তাৰ নিদানকাৰণ !

অনিৰুদ্ধ ।—তুমি ভুল বুজিছাঁ প্ৰিয়া ! তুমি নহয়, প্ৰকৃতপক্ষে মই হে তাৰ মূলকাৰণ। আৰু, মোৰ জন্মই হৈছে তাৰ নিদান-কাৰণ । ক্ষত্ৰিয় সন্তান মই,—বিনা অস্ত্ৰাঘাতে বিনা-ৰক্তপাতে মোৰ এই দেহা অলঙ্কৃত হব কিহেৰে ? দেখিছাঁ যিবোৰ ক্ষত-বিক্ষত অস্ত্ৰাঘাতৰ চিন্, সেই আটাই-বোৰ মোৰ দেহাৰ অলঙ্কাৰ। দেখিছাঁ যে ৰক্তবিন্দু বৈ পৰা এই শৰীৰত, সেই বোৰ মোৰ ৰণতেজ বিৰিঙিছে ঘামপ্ৰায়। শ্ৰম কৰি ঘাম উলিয়াব পাৰিলে গা যি দৰে চেঁচা পৰে, ৰণ কৰি শৰীৰত ৰক্তবিন্দু উলিয়াব

পাৰিলেও সেইদৰে অন্তৰৰ ৰণতাপ শাঁত হয়। হেৰা প্ৰিয়তমা! পৰিধেয় বস্ত্ৰালঙ্কাৰে যিদৰে তোমাৰ জগন্মোহিনী ৰতিদেহাৰ সৌন্দৰ্য্য চৰাইছে, মোৰ শৰীৰত এইবোৰ ৰণালঙ্কাৰেও সেইদৰে মোৰ আত্মবলবীৰ্য্য আৰু কুল-গৌৰৱৰ জেউতি বঢ়াইছে।—মিছা জানো ?

উষা।—(কুমাৰৰ গাৰ তেজ মচি মচি) সঁচা প্ৰাণেশ্বৰ! তথাপি নামানে মনে; বুজিও নুবুজে প্ৰাণে!

অনিৰুদ্ধ।—লাগিব মানিব; লাগিব বুজিব। ইমানলৈকে আৰম্ভণ মাথোন। মোৰ কৃতকৰ্ম্মৰ প্ৰতিশোধ দিবলৈ বুলি তোমাৰ দুৰ্জ্জয় পিতৃৰাজ সসৈন্যে আহিব লাগিছে। অনতিপলমে দেখিবাঁ এক তুমুল সংগ্ৰাম। দেখিবাঁ প্ৰত্যক্ষে এই দেহা কঠিন কিমান।

উষা।—সেই হে কান্দিছে প্ৰাণে! প্ৰাণেশ্বৰ। জানো মই বিক্ৰম আপোনাৰ। জানোঁ আৰু ৰণলিপ্সা ৰণপ্ৰিয় পিতৃৰাজৰ। ৰণতৃষ্ণাত পিতৃ বলিনন্দনৰ জিভা লক্‌লকাব লাগিছে! নহলে হেনো সহস্ৰভুজ পৰিমিত তেওঁৰ বলবীৰ্য্য তেওঁ সহিব নোৱাৰাত পৰিছে। সেই কাৰণে তেওঁ সমকক্ষ বীৰযোদ্ধা বিচাৰি খলক্ লগাইছে। হাঁয়! প্ৰিয়তম মোৰ। পিতৃৰাজৰ সেই আক্ৰোশ যদি আপোনাৰ ওপৰত পৰেহি, কেনেকৈ সহিম মই !

(নেপথ্যত ৰণবাদ্য, ৰণ-নিদৰ্শনসূচক হিলৈৰ আৱাজ, ৰণুৱা আগমনৰ পদশব্দ, বৈ বৈ বাণ ৰজাৰ নামে জয়ধ্বনি)

অনিৰুদ্ধ।—এই পালেহি। আগন্তক সংগ্ৰাম লাগিব এতিয়া। আঁতৰাঁ, আঁতৰাঁ প্ৰিয়া! ৰণস্থলত নিৰস্ত্ৰা ৰমণীৰ উপস্থিতি অবাঞ্ছনীয়। নিলগৰপৰা চাই থাকাঁগৈ।

[সসৈন্যে বাণ ৰজাৰ প্ৰৱেশ]

বাণ।—[বাঘ সদৃশে গুঁজৰি] কৰপৰা চোৰ হৈ সোমালহি চপনীয়া চিকা! গোন্ধোৰাৰ লগা হল আজি চিকা মাৰি হাত!

অনিৰুদ্ধ।—( চোচা লৈ ) ই কি ! অশিষ্ট বচন ! দেখোঁ, আহাঁ, চিকা কোন্, কোনে কৰে অনধিকাৰ প্ৰৱেশ। নকৰোঁ পলম, তুৰন্তে পঠাম আহাঁ যমপুৰলৈ, যেয়ে হোৱা তুমি।

( বাণ আৰু অনিৰুদ্ধ সম্মুখ-সংগ্ৰামলৈ সষ্টম হয় )

উষা।—(বাউলী হৈ লৰি গৈ বাণ ৰজাৰ ভৰিত পৰি ) পিতা! পিতা! ৰক্ষা কৰা পিতা!

বাণ।—[ প্ৰজ্বলিত হৈ ] ৰক্ষা! কাক ৰক্ষা? চোৰক ৰক্ষা কৰা ৰজাৰ ধৰ্ম্ম নহয়।

উষা।—নোহে চোৰ ; স্বামী মোৰ ! ৰাখাঁ মোৰ প্ৰাণ, ৰাখি স্বামী প্ৰাণ। প্ৰাণদান দিয়া মোক পিতা!

বাণ।—[ দাঁত কৰচি ] স্বামী তোৰ ? ধৰ্ষিতা জীয়াৰী মোৰ ! কি মতে লভিলি স্বামী তই বিনা সম্প্ৰদানে? গুপ্ত-প্ৰণয়ত স্বামী বৰণ হব নোৱাৰে ; মই অদ্যাপি কাকো মোৰ জীয়াৰীক সম্প্ৰদান দিয়া নাই। এতেকে, সি নিশ্চয়ে চোৰ। নবধিলে তাক নহব মোৰ কুলোদ্ধাৰ অহঃ। দানৱকুলৰ দেৱতামানিত মান-মৰ্য্যাদা, নাম-যশস্যা আজি তোৰ গুপ্ত পাপ কাৰ্য্যে কলুষিত কৰিলে!

উষা।—পিতা মোক ধৰ্ষিতা দোষত দুষিত নকৰিব। মই ধৰ্ষিতা নহওঁ। মোৰ এই স্বামী লাভ দেৱীদত্ত। ই গুপ্ত-প্ৰণয়ৰ ফল নহয়। মই গান্ধৰ্ব্ব প্ৰথাৰে তেওঁৰে সৈতে বিধিৰত বিবাহিতা। মই নিশ্চয় বিবাহিতা। এই বিবাহে আপোনাৰ সম্প্ৰদানৰ পুণ্যলাভলৈকো বাট মৰা নাই ; ইয়াৰ পাচতো আপুনি সেই শুভকাৰ্য্য সম্প্ৰদান কৰিবলৈ পন্থা মুকলি হৈৰৈছে।

বাণ।—উঁ-হুঁ, নহব সি শুভকাৰ্য্য। আগেয়ে মোৰ পিতৃকুলৰ মান-মৰ্য্যাদা হানি কৰি মই সেই কলুষিত পুণ্যলাভ নিবিচাৰোঁ।

উষা।—হে পিতা! তেওঁৰ সম্বন্ধই আমাৰ পিতৃকুলৰ মান-মৰ্য্যাদা বঢ়াইছে

হে হানি কৰা নাই! স্বামী মোৰ সামান্য কুলৰ সাধাৰণ লোক নহয়; তেওঁ যাদৱেশ্বৰ ভগবান শ্ৰীকৃষ্ণৰ নাতি, মহাৰথ প্ৰদ্যুম্ন কোৱঁৰৰ ৰৰপুত্ৰ। আৰু এটা কথা গমি চাওক, পিতা, তেওঁ এতিয়া আপোনাৰ অবধ্য; কাৰণ জোৱাঁই-বধ শাস্ত্ৰনিষিদ্ধ।

বাণ।—[চতুৰ্গুণে গৰ্জ্জি উঠি] হুঃ-হুঃ! চোৰ কদাপি মোৰ জোৱাঁই হব নোৱাৰে। চৌৰবৃত্তি মই অতিকৈ ঘিণ কৰোঁ। মোৰ অজ্ঞাতে হোৱা গান্ধৰ্ব্ব বিবাহো মই গ্ৰাহ্য নকৰোঁ। এই চপনীয়া চোৰ নিশ্চয় মোৰ বধ্য। এই নৰাধমক বধ কৰিলে মোৰ পাপ নহব যশহে বাঢ়িব। যাদৱ কুল! সি কি এটা নগণ্য কুল! মোৰ পিতৃকুলৰ লগত কি তাৰ তুলনা হব পাৰে? আৰু, ভগবান? ছিঃ! যি আজন্ম পলৰীয়া, যি পলৰীয়াই জৰাসন্ধৰ ভয়ত সাগৰৰ গৰ্ভত ঠাই লৈছেগৈ, সেই নন্দ গোপৰ গৰখীয়া লৰা কৃষ্ণক ভগবান বোলাটো উন্মাদিনীৰ প্ৰলাপ মাথোন।

অনিৰুদ্ধ।—[সিংহ গৰ্জ্জনেৰে জাঁপত আগবাঢ়ি] ওঁ! কি কোৱাঁ, দুৰাচাৰী দানৱ! মোৰ সাক্ষাতে মোৰ পিতামহ ভগবান শ্ৰীকৃষ্ণৰ নিন্দা! মোৰ নিষ্কলঙ্ক কুলগৌৰৱৰ অপযশ ৰতনা মোৰ কাণত! আৰু মোৰ সহ্য নহয়। [বাণৰ প্ৰতি] থোৱাঁ অস্ত্ৰ; নিৰস্ত্ৰ মই। আহাঁ দিওঁ মল্লযুদ্ধ। চাওঁ, কাক ৰাখে কোনে।—

[ৰণোন্মত্ত অনিৰুদ্ধই সিংহগৰ্জ্জনেৰে জঁপিয়াই বাণৰ ওপৰত পৰেগৈ;
বাঘগৰ্জ্জনেৰে বাণে উলটি ধৰে; দুইৰো মাজত মল্লযুদ্ধ; বাণ
ক্ৰমাৎ হুঁহকি পৰে, অনিৰুদ্ধই ঠেলি নি বাজ কৰে;
ৰাজসেনাবৰ্গে ৰজাৰ সাহায্যাৰ্থে আগ বাঢ়ে;
ক্ৰমাৎ সকলোটি অন্তৰ্হিত হয়]

উষা।—হাঁ, মোৰ কপাল! কি জানো কি হয় আজি!

[উন্মাদিনীৰ দৰে লৰি প্ৰস্থান]

[ বাণ ৰজা আৰু কুম্ভাণ্ড মন্ত্ৰীৰ পুনঃ প্ৰৱেশ ]

কুম্ভাণ্ড।—মহাৰাজ! দেখিলে কি অদ্ভূত বীৰ! মই আদিতে যি আভাস দিছিলোঁ, সেই কথা এতিয়া পতিয়াবলৈ পলম নহব বোধ কৰোঁ।

বাণ।—মন্ত্ৰি। বাস্তৱতে সামান্য বীৰ নহয় ইজন। মোৰ সহস্ৰ ভুজবল অৰ্দ্ধেকতকৈও অধিক প্ৰয়োগ কৰা গৈছিল, তথাপি এই বীৰ শত্ৰুক হটাব নোৱাৰিলোঁ। বৰঞ্চ, তেওঁৰ প্ৰচণ্ড বেগ চম্ভালিব নোৱাৰি মই হে ছঁহকি পৰিব লগা হল! যি হওক, মোৰ অৰ্দ্ধেকাধিক বল প্ৰয়োগ বৃথাই যোৱা নাই; সেই পৰিমাণে মোৰ ৰণতৃষ্ণাও পৰিতৃপ্ত হল। ধন্য মোৰ তপস্যা! ধন্য মোৰ আকাঙ্ক্ষা! ধন্য মোৰ বৰলাভ! এতিয়া বাকী অৰ্দ্ধেক তৃষ্ণা পূৰ্ণ হেতু পুনৰপি সচেষ্ট হওঁ। এই ছেগতে, কন্যাপুৰত চৌৰবৃত্তিৰে প্ৰৱেশ কৰা এই বীৰ শত্ৰুক নিধন কৰি মোৰ মনোৰথ পূৰ্ণ কৰোঁ।

কুম্ভাণ্ড!—আন যি কি নকৰক, মহাৰাজ, আপুনি সেই চৌৰবৃত্তিধাৰী বীৰক বধ কৰিব নোৱাৰে; তেওঁ আপোনাৰ অবধ্য, কাৰণ তেওঁ আপোনাৰ জোৱাঁই। আপোনাৰ সাধ্বী-সতী জীয়াৰী ঊষা দেবীৰ সেই বিষয়ক উক্তিৰ শবদে-শবদে যুক্তি বৈছে, মই মাথোন তাকে সভক্তিৰে সমৰ্থন কৰোঁ।

বাণ।—কিবা কোৱাঁ মন্ত্ৰি! এই অদ্ভুত অমিততেজী দুৰ্দ্দান্ত বালক বীৰক বধ নকৰিলে যে মোৰ ৰণতৃষ্ণা সম্পূৰ্ণে পৰিতৃপ্ত নহব।

কুম্ভাণ্ড।—হে ৰাজন! আপোনাৰ ৰণতৃষ্ণা ইমানতে এই ৰণতে পৰিতৃপ্ত নহব বুলি আগতে আভাস দি আহিছোঁ। এইজন আগৰণুৱা মাথোন; আপোনাৰ সমকক্ষ আচল ৰণুৱা ইয়াৰ পাচত যথাসময়ত ওলাবহি। তেতিয়া হে আপোনাৰ মনোৰথ সম্পূৰ্ণকৈ পূৰ্ণ হব।

বাণ।—এতিয়া তেন্তে কি কৰা উচিত? এই বালক বীৰক এই ভাগেই এৰি গলে কিন্তু আমি পৰাজয় স্বীকাৰ কৰাৰ তুল্য হব বুলি আশঙ্কা হয়।

কুম্ভাণ্ড।—এতিয়া আমি আচলথন ৰণৰ উদ্দেশে সষ্টম হোৱা হে উচিত। আৰু, মোৰ মনেৰে, সম্প্ৰতি উপস্থিত ৰণত আপোনাৰ অৱশিষ্ট বল-বীৰ্য্য আৰু অস্ত্ৰ-শস্ত্ৰ সমুদায় নিয়োগ নকৰি, মাথোন মায়া-অস্ত্ৰ নাগপাশৰে সৈতে এই অদ্ভুত বীৰ বালক যোদ্ধাক বান্ধি বন্দী কৰি ৰাখিবলৈ চাব লাগে।

[ উত্ৰাৱল অনিৰুদ্ধৰ পুনঃ প্ৰৱেশ ]

অনিৰুদ্ধ।—নপলাবাঁ আপ-বীৰ! নাই আজি এৰণ তোমাৰ। পাৰঁা যদি, লোৱাঁ অস্ত্ৰ ঘূৰিবাৰ। লইছোঁ যুগুত কৰি ময়ো এক অস্ত্ৰ তোমাৰ কোষৰে পৰা। যুঁজি চোৱাঁ, যতক্ষণ নপঠাওঁ আজি যমপুৰী। বুজি লবাঁ, কিবা বৃত্তি মোৰ,—চৌৰবৃত্তি নে আক্ৰমণৰীতি। এতিক্ষণে পাবাঁ তাৰ প্ৰত্যক্ষ প্ৰমাণ।

বাণ।—[ বাঘ-গোজৰণিৰে ] হুঁ! কিবা কোৱাঁ দুৰ্ম্মতি বালক! অল্পমতি নাবালক বুলি ক্ষমিলোঁ অতক্ষণ। নকৰোঁ আৰু ক্ষমা। দেৱদেৱ হৰ-মহেশ্বৰ আৰু মহাত্মা স্কন্দৰ প্ৰসাদিত মই কি অজেয় ক্ষমতা লাভ কৰি থৈছোঁ, সি বিদিত নাই বুলিহে তোমাৰ ইমান আস্ফালন। সৃষ্টিসংহাৰক ৰুদ্ৰেশ্বৰৰ কৃপাত যে মই দেবীৰ পুত্ৰত্ব লাভ কৰি, কুমাৰ কাৰ্ত্তিকেয়ৰ কনিষ্ঠতা প্ৰাপ্ত হৈছোঁ, সেই বিষয়ে তুমি অজ্ঞাত; নতু জ্বলন্ত প্ৰদীপ-শিখাত জাঁপ দি পৰি জাহ যাবলৈ এইদৰে উদ্দীপ্ত নহলাহেঁতেন।

অনিৰুদ্ধ।—হেৰা আপ-ৰাজ। যি প্ৰকৃত বীৰ, তেওঁ নিজৰ বীৰত্ব নিজে ব্যাখ্যান নকৰে। আৰু, সি আচল বংশ-গৌৰৱৰ অধিকাৰী, তেওঁ তাকে যহাই গওপ, নামাৰে।

বাণ।—ওঁ, তুমি নাজানাঁ, মোৰ নামত আজি স্বৰ্গৰ সুৰপতিও কম্পমান্। তোমাৰ অবিদিত, আজি বৈকুণ্ঠৰ সমিতিঞ্জয় দেৱ-নাৰায়ণো মোৰ নাম ভয়ত ত্ৰষ্টমান্। সেই হে,—অল্পমতি বালক তুমি—বাঘৰ আগত ছাগে ইমান ডেৰাডেৰি কৰিছাঁ! তোমাৰ অদ্যাপি জানিবলৈ বাকী, মই বিষ্ণু-অৰি বলিনন্দন বুলি; নতু তুমি সামান্য নন্দনন্দন কৃষ্ণনাতি হৈ, সিংহৰ

আগতে মহাৰ জানুকি নেদেখুৱালাহেঁতেন। নিতান্ত শিশু বুলি, তোমাৰ উক্তিগালি ইমান পৰ সহিলোঁ; আৰু সহন নাযায়।

অনিৰুদ্ধ।—হে দানৱৰাজ! আমি যে বাহুযুদ্ধত প্ৰবৃত্ত; ই বাক্‌যুদ্ধ নহয়। আৰু বৃথা বাক্যব্যয়ৰ প্ৰয়োজন নাই। ধৰাঁ পন্থা, জানা যদি, দ্বৈৰথ ৰণৰ।—

( বাণ-অনিৰুদ্ধৰ মাজত দ্বৈৰথ ৰণ; কুমাৰ নাগপাশবদ্ধ )

বাণ।—( ভীষণ গৰ্জ্জনেৰে ) বন্দী হল অনিৰুদ্ধ। নাই পৰিত্ৰাণ, নিদিছু যদাপি দ্বিতীয় আদেশ।

অনিৰুদ্ধ।—ছিঃ ছিঃ বাণাসুৰ! ই যে মায়াযুদ্ধ! নাই আত পুৰুষালি; আৰ্জ্জিলা অখ্যাতি!

( বাল-হাঁহি মাৰি কুম্ভাণ্ডৰে সৈতে বাণৰাজ বাহিৰ হৈ যায়; আন-ফালে বন্দীপালে অনিৰুদ্ধক বন্দীশাললৈ নিয়ে )

---

## তৃতীয় গৰ্ভাঙ্ক।

—:০:—

দৃশ্য,—গড়খাৱৈদাঁতীয়া বাট।

( দুফালৰপৰা দুটা পলৰীয়া ৰণুৱাৰ প্ৰৱেশ।

১ম,।—[ হেবাথৰি থাই, এফালৰপৰা ] উঃ। উঃ! উঃ! হৰি-হৰ বাপৰ! ৰইথা, ৰইথা, ৰইথা পৰিলোঁ বুপাই!

২য়,।—( উধাতুথাই, আনফালৰপৰা ] আই ঐ! ইটো বা কোন্—ই মোক পলৰীয়া বুলি জানিছে নে কি?—[ ক্ষন্তেক ৰ-লাগি চাই ] অ' নহয়, দেদাইটি হে। মই বোলোঁ কোনোবা হব পায়। বোলো কলৈ যোৱাঁ দেদাইটি? হল কি, হেবাথৰিথাই আহিছাচোন?

১ম, ।—এ, সুস্থুধিবি। নোৱাৰি কব কুটুম! আতিকৈ গুপুত কথা। জীয়যোৱা-থকা লেঠা!

২য়, ।—এ, ৰাম! কোৱাচোঁ, কোৱাচোঁ; মই কিবা কাৰোবাৰ আগত কবলৈ যাম নে?

১ম, ।—বাৰু, কাকো নকৰ যদি, কওঁ শুন্।—মই পলৰীয়া ৰণুৱা। এতিয়া, পাৰোঁ যদি, পিচে-পিচে খেদি গৈ সোৱা লগ ধৰিবলৈ আহিছোঁ। তই যাৱ কলৈ? বৰকৈ উধাতুখাই আহিছ দেখোন?

২য়, ।—এ, ময়ো। দেদাইটি, ময়ো পলৰীয়া। পলাই এইতে ফিৰিঙ্গতি ওফৰাদি উফৰি আহিছোঁ। তইচোন আক' লগ লবলৈ হে লবিছ? কিনো ওলটা কথা! মোৰ দৰে লগ এৰাই পলাওঁতাক হে পলৰীয়া বোলে। কিনো অৰ্থ ভাঙ্গি কচোঁন, দেদাই!

১ম, ।—এঃ, বালক! ক্ষলে কথা ওলাই হে যায়! নকবি বাৰু কাৰো আগত, কওঁ শুন্:—

২য়, ।—ঔ গোস াই! নকওঁ বুলিলেও নপতিয়ায়! হেৰ, মহাভৈৰবলৈ ধিয়াই শপত খাই কৈছোঁ, বোলোঁ কাৰো আগত নকওঁ, ক।

১ম, ।—বাৰু, বাৰু, শুন্ তেন্তে। বুইছ, ৰণ দিবলৈ যাওঁতেই মই আদবাটৰেপৰা পলালোঁ। পলাই একেলৰে সিজনীৰ ওচৰ পালোঁগৈ। সিজনীৰ বুধিমতে আমাৰ ধানৰ মেৰটোতে ডিঙ্গিৰ গুৰিলৈকে গাটো পুতি সূৰত ধানখেৰ এসোপা লৈ লুকাই থাকিলোঁ। সিজনীয়ে বাহিৰৰ দুৱাৰদলিত বহি সূতলাহি পকাবলৈ ধৰিলে।

২য়, ।—পিচে, তাৰ পাচত?

১ম, ।—পাচত, ইয়ে মাতি যায়, "কেৰকন কাই আছ নে?"—ইজনীয়ে হুমুনিয়াহ কাঢ়ি কয়, "এ, নাই, বুপাই, ৰণলৈ গৈছে"। সিয়ে মাতেহি, "অ, বৰপাই আছ নে?"—ইজনীয়ে মাত লগায়, "এ, মাই যৰত; ৰণত

পৰিলগৈয়ে নে কি, ঠিক নাই, বুপাই !” এইদৰে কেবা জোবাকো পাব কৰি মোক ৰইথা কৰিলে ! কিনো কম, মোৰ সিজনীৰ গুণৰ কথা !

২য়, ।—ওঁ, হয়তো, বৰ চলাহী তিবোতা !

১ম, ।—সৌৱা ৰজাৰ ৰণুৰাজাক উলটিছে । এই ছেগতে লবি গৈ ধন ধৰিবলৈ ওলাই আহিছোঁ ।

২য়, ।—বাৰু, ৰবি এতিয়া । ললোঁ জুকিয়াই আটাইখিনি কথা। তাৰে সৈতে তোৰ ডিঙ্গিত ফাঁচ এডালো লগালোঁ । জানি লবি, তাহানিৰ উপকাৰৰ ধাৰ শুজিম এতিয়া !

১ম, ।—( ডিঙ্গিত খেপিয়াই ) ইঃ, ক'তা ? নাইচোন ? কথাবে নো ফাঁচ লগাব পাৰি নে ?

২য়, ।—ওঁ, পাৰি তো। এতিয়াই তই মোক কথা দি কথাৰে বান্ধ খালি নহয় ? সেই কথা ৰজাৰ আগত জনালেই তোৰ কালে পত্য। এইডাল ফাঁচ নহল জানো ?

১ম, ।—হওঁতে হয় । ইও একৰকমৰ ফাঁচেই হে হয় ! বুপাই হেৰেই, তই কাকো নকওঁ বোলাত হে কৈছিলোঁ।।

২য়, ।—কওঁতে খেমেথা নকৈছোঁ এথোন। পিচে, শত্ৰুশালিবৰ বেলিকা হলে কৈ দিম, জানি থবি।

১ম, ।—অ' তোৰ এনেবোৰ হে কথা ! হেৰ, মইনো তোৰ কোনটো পানীখোৱা পুখুৰীত বিহ ঢালিছিলোঁ, তাৰে যে শত্ৰুশালিবি ? মই-চোন তোক একো কৰা নাই ।

২য়, ।—কৰিছ । শুণি চা। সেই যে, সেই দিনা ? মোক তোৰ ঘৰত তুৱাৰ ডাং দি লৈ যে কিলাইছিলি, তোৰ জীয়েৰ ভদৰীত চোৰ পৰিছিলোঁ বুলি ? সেইবোৰ পাহৰিছোঁ বুলি ভাবিছ হবলা ?

১ম, ।—ঔ, বুপাই ! সেইটো কথাতে নো লাগি আছে নে ? সেইবোৰ গল কথা, গুছিল । এৰি পেলা বুপাই !

২য়, ।—ঔ আছোঁ তো লাগি । যাওঁৰেই । সোঁৱা গৈ লগ ধৰি দিওঁগৈ কৈ (যাবলৈ চোচা লয়) ।

১ম,—( কাওবাওকৈ ) হৰেই কাবৌটি কৰিছোঁ, নেযাবি, নকৰিবিগৈ বুপাই ঐ ! হেৰ, যি লাগে তাকে দিম । যি কৰ তাকে শুনিম । বহ বুলিলে বহিম, উঠ বুলিলে উঠিম । নকবি বুপাই !

২য়, ।—(থিয় হৈ থকা ১মৰ প্ৰতি) বাৰু, তেন্তে ।—উঠ্ ।

১ম, ।—( চক্সিব নোৱাৰি বহি পৰে ! )

২য়, ।—অ,এয়া হবলা উঠিলি ?

১ম, ।—অ, নহয়, নহয় ; মোৰ ভুল হল বুপাই !

২য়, ।— বাৰু, এইবাৰলৈ এৰিলোঁ । ( বহি থকা ভাগতে ১মৰ প্ৰতি) এই বেলি হুকুম মানিবি,—বহ্ ।

১ম, ।—( গিৰিপ্ কৰে উঠি থিয় দিয়ে )

২য়, ।—আকৌ ! এয়া হবলা বহিলি ? অ, তই বৰ মিছলীয়া মানুহ !

১ম ।—( বিবুদ্ধি হৈ ) এৰা ! কিনো পাক লাগিল জানো ! বহোঁ বুলি উঠোঁ ; উঠোঁ বুলি বহোঁ ! মোক আজি কিহবাই পালে-বুপাই !

২য়, ।— বাৰু, এৰিছোঁ এই ছোৱা ইমানতে । আৰু, যি লাগে তাকে দিম বুলিছিলি নহয় ? কি দিবি এতিয়া, ক ।

১ম, ।—জানো তোক লাগে কি ?

২য়, ।—লাগে কি,—তোৰ নিদিওঁ বোলা জীয়েৰক মোলৈ বিয়া দিব লাগে । দিবি নে নিদিয়, ক এতিয়া । নিদিয় যদি, আজি হলেও, কালি হলেও, যেতিয়াই হলেও, এই আটাইসোপা কথা ৰজাৰ কাণত পেলাই তোৰ ফালে আধ্যা পেলাম, জানিবি ।

১ম, ।—( সেমেনাসেমেনিকৈ ) ঙ, এৰা, দিব লাগিবগৈ হবলা। পিচে, এটা কথা। মোৰ একেটি ছোৱালী বুপাই! উলিয়াই দিবলৈ টান পাওঁ। ভাবি চাবি। বাৰু, ঘৰ-জোৱাঁই হবলৈ হলে নো কেনে দেখে?

২য়, ।—হওঁতে বৰ বেয়া নহব। কিয়নো, নেদেখিছ দেদাইটি! মোৰো কেওঁ কুছু নাই। সকুস্তে ঘাটমাউৰা। আৰু, গম্মি চাবিচোন দেদাই, ছোৱালী ঘটা নিয়ম মুঠেই তিনটা হে;—এটা ছোৱালী ধৰি নিয়া, আন এটা ছোৱালীত চপনীয়া-চপা, আৰু আন এটা ছোৱালীত চোৰ-পৰা। তাৰ পৰ্মাণ দিওঁ শুনিবি :—প্ৰথমতে ধৰ, ৰুকুণী-হৰণ' কৃষ্ণ-দেৱে ৰুকুণী দেবীক ধৰি নিছিল। তৃতীয়তে, ভীম চপনীয়া নহয় জানো? হিড়িম্বাত ভীম চপনীয়া চপাৰ কথা তোৰ মুখেই শুনিছিলোঁ। দেখোন। তিৰ্তীয়তে, হাতে-পুথি মঙ্গলবাৰ,—সোৱা এজন ছোৱালী চোৰ ৰজাই বন্দী কৰি থৈ গৈছেহি। পিচে, দেখিবি, সেই চোৰেই জোৱাঁই হবগৈ; চাবি, বোলে সেই গেঙ্কেলাটোৱে কি কৈছিল।

১ম, ।—হয়, বুপাই, হয়। আটাইখিনি সঁচা কথা। এৰা, তোৰো কেওঁ-কুছু নাইকিয়া, মোৰো একেজনী ছোৱালী। ঘৰ-জোৱাঁই হলেই ভাল পাওঁ। মই বুঢ়া মানুহ। কেইদিন নো থাকিম। তইঁতৰে ঘৰ, তইঁতৰে দুৱাৰ, তইঁতৰে সকলো হব।

২য়, ।—বাৰু, তাতে সৈমান হৈছোঁ। পিচে, মানুহে চপনীয়া বুলি হাঁহে বা?

১ম, ।—এঃ, হাঁহিব নোৱাৰিছে। ইঁহাৰ দাঁত ওলাব, আমাৰ কি হব? ভীমক হাঁহি নো কোনে কি কৰিব পাৰিছে? শিলক চিকুটি কোনে ঘা লগাব পাৰে, মোৰ কুটুম! বাৰু, সেয়ে থিৰ হল। আহ, এতিয়া উলটি যাওঁ আমাৰ ঘৰলৈ। নধৰোঁগৈ আৰু ৰণুৱাৰ লগ।

( অগা-পিচাকৈ দুইৰো প্ৰস্থান )

---

## চতুৰ্থ গৰ্ভাঙ্ক।

—•:(o):•—

দৃশ্য,—দ্বাৰাৱতী, মন্ত্ৰণা মন্দিৰ।

( বলৰাম, শ্ৰীকৃষ্ণ, প্ৰদ্যুম্ন, সাত্যকি, সুপৰ্ণ, অনাধৃষ্টি, ৰুক্মিণীদেৱী )

ৰাম।—হেৰা, কৃষ্ণ! তুমি ভাবি-গুণি কি পাইছাগৈ কোৱা। কুমাৰ-হৰণ কাণ্ডৰ ভৰত দ্বাৰকা তল যায় এতিয়া! যাদৱবৰ্গৰ কাৰো প্ৰাণত শান্তি নাই। কুমাৰৰ নিৰুদ্দেশত জগত-সংসাৰ অন্ধকাৰ দেখিছোঁহক!

শ্ৰীকৃষ্ণ।—হে অগ্ৰজ! হেৰা, যাদৱবীৰগণ! অতিকৈ অস্থিৰ হব নালাগে; মই কুমাৰৰ সন্ধান ভাবি পাইছোঁগৈ।

প্ৰদ্যুম্ন।—কি, পিতা! ভাবি কি পাইছেগৈ? পাইছেগৈ নে মোৰ প্ৰাণপ্ৰতিম অনিৰুদ্ধৰ সন্ধান? কওক পিতা, কৈ এই মৃতপ্ৰায় প্ৰাণত সঞ্জীৱনী শক্তি সঞ্চাৰ কৰক।

সাত্যকি।—প্ৰভো! কওক, অনতিপলমে কওক, দ্বাৰকাৰ চকুমণি কুমাৰৰ সন্ধান ভাবি কি পাইছেগৈ আপুনি।

সুপৰ্ণ।—সন্ধান পাইছে যদি, উদ্ধাৰৰো উপায় অৱশ্যে পাইছে। কওক, হে দ্বাৰকেশ্বৰ! পলম নকৰিব।

অনাধৃষ্টি।—অনিৰুদ্ধ কুমাৰৰ উদ্ধাৰৰ অৰ্থে আজি সদৌ দ্বাৰকাবাসী প্ৰাণ দিবলৈ প্ৰস্তুত। যদুনাথ! কওক, কি কৰিব লাগিব।

শ্ৰীকৃষ্ণ।—কি কৰিব লাগিব, তাকো ভাবি স্থিৰ কৰি থৈছোঁ। আৰু, এই সমুদায় বিষয়ে, ইতিপূৰ্ব্বতে, সখি অৰ্জ্জুনৰ অবীয়তে পাণ্ডৱ শিবিৰলৈ বাৰ্ত্তা দিয়া হৈ গৈছে।

ৰুক্মিণী।—কি বাৰ্ত্তা, নাথ? বাৰ্ত্তা গৈ পাণ্ডৱ শিবিৰ পালেগৈ, কিন্তু যাদৱ মন্ত্ৰণা-মন্দিৰত তাৰ সম্ভেদ নাই! আচৰিত!

শ্ৰীকৃষ্ণ।—আচৰিত নহয়, প্ৰিয়া! তাৰ অৰ্থ আছে। অৰ্থাৎ, ৰণ-যাত্ৰাৰ বিষয়ে যথাস্থানত আগধৰি জনাই থোৱা উচিত। বিশেষতঃ, কুমাৰ হৰণ কাণ্ডই ইয়াতকৈও পাণ্ডৱ শিবিৰত অধিক তোলপাৰ লগাইছে। সি যি হওক, যাদৱবৰ্গে অৱশ্যে দ্বাৰাৱতীৰ গড়-দেৱাল আদিত অঙ্কিত এটা অপূৰ্ব্ব চিত্ৰলৈ মন নকৰাকৈ থকা নাই। সেই চিত্ৰবোৰেই কুমাৰ অনিৰুদ্ধৰ সন্ধান দিছে। বিশেষকৈ, আমাৰ শয়নকক্ষৰ দেৱালত যিটো ছবি অঙ্কিত আছে, সি ফট্‌ফটীয়াকৈ দেখুৱাইছে, কুমাৰক কোনে হৰণ কৰিলে, আৰু এতিয়া কুমাৰ ক'ত কি ভাৱে আছে।

ৰাম।—চিত্ৰবোৰত আমাৰো চকু পৰিছে, কিন্তু তাৰ আঁতিগুৰিৰ বিষয়ে গমি হে চোৱা নাই।

শ্ৰীকৃষ্ণ।—হে মহাবাহো! আপোনাৰ মনত নপৰে নে, তাহানি যে ৰুক্মিণী হৰণৰ পাচত, উলটি আহোঁতে, ব্ৰহ্মপুত্ৰৰ উত্তৰপাৰে কামৰূপৰ এখন সুৰম্যপুৰী দেখি আহিছিলোঁহঁক?—সেয়ে বাণ ৰজাৰ ৰাজ্য। কুমাৰৰ বাওঁৰে অঙ্কিত যিটি অনুপমা কন্যাৰ চিত্ৰ দেখা যায়, সম্ভৱতঃ সেইটি সেই পুৰীৰ অধিপতি বাণ ৰজাৰ জীয়াৰী। পিচফালে অন্যতম যিটি ৰমণীয় ৰমণীৰ চিত্ৰ অঙ্কিত হৈছে তেওঁ, বোধ কৰোঁ সেই পুৰী-নিবাসিনী এগৰাকী কামৰূপিনী মায়াবিনী; তেওঁৱেই সম্ভৱতঃ কুমাৰ হৰণকাৰিণী।

প্ৰদ্যুম্ন।—কি কথা? কেনেকৈ হৰিলেহি? কওকচোন পিতা, ভাঙি কওক। ক'ত সেই মায়াবিনী কামৰূপিনী? এতিয়াই তাইক বধ কৰি মোৰ বাছাক উদ্ধাৰ কৰি আনোগৈ!

সাত্যকি।—যেয়ে কি নহওক, প্ৰাণপণে যুঁজিম, কুমাৰক উদ্ধাৰি হে এৰিম। আজ্ঞা কৰোক প্ৰভো!

অনাধৃষ্টি।—মোৰ বোধেৰে, বাণ ৰাজ্যলৈ অনতিপলমে যাত্ৰা কৰা হে বিধেয়। আলোচনাত পলম কৰাৰ সকাম নাই।

সুপৰ্ণ।—ক'ত সেই বাণপুৰ ? পাতালতো স্থিতি যদি তাৰ, তুৰন্তে পশিম গৈ তাত।

শ্ৰীকৃষ্ণ।—নহৱাঁ বিতত্তহঁক। বাণৰাজ্যে প্ৰৱেশ কৰা সামান্য কথা নহয়। দুৰ্জ্জয় সেই দানৱৰাজ বাণ। অখণ্ড প্ৰতাপ তেওঁৰ ভাৰতময় ৰাষ্ট্ৰ। চিন্তিছোঁ তাৰ যুগুত উপায়। সঠিক সংবাদ আগধৰি লব লাগিব। পাচে হে ৰণযাত্ৰা। সেই অৰ্থে যথা-যথাস্থানলৈ বাৰ্ত্তা গৈছে; তাৰ সমিচাৰ পাওঁ হে লাগে। দক্ষিণ আৰু উত্তৰ কামৰূপৰ বিষয়ে দ্বিতীয় আৰু তৃতীয় পাণ্ডৱ ভীমাৰ্জ্জুনে বিশদকৈ জানে। মোৰ ৰণ-ৰচনাৰ আভাষ দি সখি অৰ্জ্জুনলৈকো সংবাদ দিয়া গৈছে; তেওঁৰপৰা কি পৰামৰ্শ আহে, চাওঁ।

ৰুক্মিণী।—হে নাথ! মই ইমানপৰ মনে মনে আছিলোঁ; ইমানতে একেষাৰ ময়ো মাত লগাওঁ। হে গোবিন্দ! আপুনি স্বয়ং অসিলোমা, পোলোমা, নিস্বন্দ, নৰক, সৌভ, শাল্ব, মৈন্দ দ্বিবিদ এনেবিলাক দুৰ্জয় মায়াবী শত্ৰুক বিনাশ কৰিছে। হে দেৱমাধৱ। আপুনি পাৰিজাত-হৰণ ৰণত ঐৰাৱত আৰোহী যুদ্ধবিশাৰদ অজেয় বাসৱক অকলশৰে পৰাজিত কৰিছে। এনেস্থলত, বাণ ৰজাৰ কন্যাপুৰ প্ৰৱেশ কৰি সাধাৰণ দানৱৰাজ বাণাসুৰৰ হাতৰপৰা দ্বাৰকাৰ চকুমণি কুমাৰ অনিৰুদ্ধক উদ্ধাৰ কৰা কি এটা শকত কাম, তালৈকে আপুনি চিন্তালোচনা কৰিব লাগিছে। নতু, মোকো লগত লওক। জিনি, বাণ ময়ো কামৰূপিনী। মই কামৰূপৰ মায়াবিনীহঁতক জিনি, বাণ ৰজাক জিনিবলৈ মোৰ পিতৃ ভীষ্মক ৰজাৰ ৰণবলৰ সাহায্যেৰে আপোনাক সহায় কৰিমগৈ।

শ্ৰীকৃষ্ণ।—হেৰা, বীৰজননি! তোমাৰ বীৰপুত্ৰ প্ৰদ্যুম্ন প্ৰমুখ্যে যাদৱ বীৰগণেৰে সৈতে ৰণযাত্ৰাত সম্প্ৰতি মই অকলশৰেই আগবাঢ়োঁ-চোন; প্ৰয়োজন হলে, পাচতো তুমি সহায় কৰিবাগৈ।

N. L. College

( বীণাপাণি দেৱৰ্ষি নাৰদৰ প্ৰৱেশ )

**ভজন**

হৰে ৰাম হৰে ৰাম, ৰাম ৰাম হৰে হৰে।
হৰে কৃষ্ণ হৰে কৃষ্ণ, কৃষ্ণ কৃষ্ণ হৰে হৰে॥
ৰাম ৰূপে অৱতৰি,
সত্যধৰ্ম্ম ৰক্ষা কৰি,
অন্তৰ্ধান মহাপ্ৰভু ;—নামগুণ নিৰন্তৰে।
কৃষ্ণৰূপে অৱতাৰ,
ভৈলা প্ৰভো পৰাৎপৰ,
ধৰ্ম্মৰাজ্য প্ৰৱৰ্ত্তন কৰাঁ হৰি হৰিহৰে॥

[ যাদৱবৰ্গে দেৱৰ্ষিক প্ৰণাম কৰে ]

নাৰদ।—জয় হোক, আশীৰ্ব্বাদ কৰিছোঁ সবাকে। [ শ্ৰীকৃষ্ণৰ সঙ্কেত অনুসৰি সাত্যকিয়ে বাঘছাল আসন পাৰি দিয়ে ; প্ৰদ্যুম্ন কোঁৱৰে যথাসমাদৰে অৰ্ঘ্য প্ৰদান কৰে ]

শ্ৰীকৃষ্ণ।—দেৱৰ্ষি! আসন গ্ৰহণ কৰোক।

নাৰদ।—[আসনত উপবিষ্ট হৈ ] মঙ্গল কামনা কৰোঁ দ্বাৰকা ৰাজ্যৰ।

ৰাম।—ঋষিৰাজ! আপোনাৰ আশীৰ্ব্বাদ শিৰোধাৰ্য্য। কিন্তু, পৰিতাপৰ বিষয়, সম্প্ৰতি এই ৰাজ্যৰ ঘোৰ অমঙ্গল।

ৰুক্মিণী।—মুনিৰাজ! দ্বাৰকা অন্ধকাৰ! দ্বাৰকাৰ তৰুণ অৰুণ কুমাৰ অনিৰুদ্ধ নিৰুদ্দেশ!

নাৰদ।—জানোঁ মই। সেই অপায় খণ্ডৰৰ অভিপ্ৰায়ে হে মই ইয়াত উপস্থিত হৈছোঁহি।

শ্ৰীকৃষ্ণ।—আপোনাৰ আগমন উদ্দেশ্যবিহীন নহয় বুলি মই বেচকৈ

জানো। কওক, দেবৰ্ষি! অপায় খণ্ডনাৰ্থে কি উপায় আনিছে?

নাৰদ।—হে হৰি! আপুনি স্বয়ং অন্তৰ্য্যামী; আপোনাৰ; অবিদিত কি আছে! তথাপি, যাদববৰ্গক কুমাৰ-হৰণৰ-স্বৰূপ সংবাদ দিবলৈ আহিছোঁ।

প্ৰদ্যুম্ন।—হে দেৱদূত! কওঁক ত্বৰা কৰি ক'ত আছেগৈ মোৰ বাছাধন।

নাৰদ।—মহাৰথ! তুমি ধৈৰ্য্যতাৰ ধৰণীস্বৰূপ। ধৈৰ্য্য ধৰি স্থিৰ হোৱাঁ। কওঁ, শুনিবাঁ সমস্ত বৃত্তান্ত।

শ্ৰীকৃষ্ণ।—তত্বগ্ৰাহী তপোধন! বৃত্তান্তৰ আদিছোৱা মই অনুমানত ধৰি থৈছোঁ, বিশেষণত সবিশেষ বুজি লৈছোঁ। আপুনি মাথোন বৰ্ত্তমানলৈকে বাকীছোৱাৰ বিৱৰণ বৰ্ণনা কৰোক।

সাত্যকি।—ঋষিৰাজ! কুমাৰ-উদ্ধাৰলৈ আমি প্ৰস্তুত। সেই উদ্দেশ্যে কামৰূপ যাত্ৰালৈ সৃষ্টম হৈ আছোঁ। ইতিমধ্যত তাত কি ঘটনা ঘটিছে, তাৰ মাথোন চমু বিবৃতি দিয়ক।

নাৰদ।—হে যাদববৰ্গ। কুমাৰ-হৰণৰ আভাস মাথোন দিওঁ, শুনিব। কুমাৰ অনিৰুদ্ধক কন্যাপুৰৰ চিত্ৰলেখা নামে এগৰাকী বিচিত্ৰা কাম-ৰূপিনীয়ে হৰণ কৰি নি, দানৱৰাজ বাণাসুৰৰ জীয়াৰী অনুপমা ৰূপহী উষাদেবীক সমৰ্পণ কৰেগৈ। বাণৰাজ্যত অদ্ভুত অগ্নিগড়েৰে সুৰক্ষিত কন্যাপুৰত উষাদেবীৰে সৈতে অনিৰুদ্ধ কুমাৰৰ গান্ধৰ্ব্ব বিবাহ সম্পাদিত হৈ গৈছে। পিচে, সেই সংবাদ ৰাষ্ট্ৰ হোৱাত, মহাসুৰ বাণৰজাই প্ৰকো-পিতকৈ ৰোষ কৰি, ৰৌদ্ৰ নামে তেওঁৰ প্ৰচণ্ড সেনাপতিৰ দ্বাৰাই কুমা-ৰক কন্যাপুৰতে আক্ৰমণ কৰায়। অমিততেজা কেশৱ-নাতি কুমাৰে উলটি ধৰাত, দুইবো মাজত এখন তুমুল সংগ্ৰাম লাগিল সেই ভীষণ সংগ্ৰামত ঠাৱৰিব নোৱাৰি সেনাপতিয়ে উলটি গৈ বাণ ৰজাক সংবাদ দিছেগৈ। সেই সংবাদত প্ৰজ্বলিত হৈ, এইবাৰ সহস্ৰভুজ বাণাসুৰ স্বয়ং সৃষ্টম হৈছে কুমাৰক পুনৰপি আক্ৰমণ কৰিবলৈ। মই দেখিলোঁ, সেই মহা শঙ্কটৰপৰা কুমাৰক উদ্ধাৰিবলৈ স্বয়ং শ্ৰীকৃষ্ণদেৱে ৰণ-যাত্ৰা নকৰিলে

কাৰ্য্য সিদ্ধি নহব। কাৰণ, হৰি শ্ৰীকৃষ্ণত বাজে হৰ সদৃশ অজেয় বাণ ৰজাক জয় কৰা অপৰৰ পক্ষে সম্ভৱপৰ নহয়। মোৰ বোধেৰে, আপোনা- সকলৰ সঙ্কল্পিত ৰণ-যাত্ৰা অনতিপলমে হোৱাই উচিত।

শ্ৰীকৃষ্ণ।—মোৰো সেয়ে বোধ। আৰু মুহূৰ্ত্তমানো সময় নষ্ট কৰিব নোৱাৰি। কাইলৈ প্ৰত্যুষে উষাযাত্ৰা ধৰি আমি যাত্ৰা কৰিমহঁক। অগ্ৰজ ৰাম, কোৱঁৰ প্ৰদ্যুম্ন, সেনাপতি সাত্যকি, আগৰণুৱা সুপৰ্ণ, গুৰিধৰা অনাধৃষ্টি আৰু মই, প্ৰত্যেকে যথাসংখ্যক বাছকবনীয়া সৈন্যৰ নায়ক হৈ, সহস্ৰাধিক বিবিধ সুতীক্ষ্ণ অস্ত্ৰেৰে সশস্ত্ৰ প্ৰবল যাদৱবাহিনীৰে সৈতে, দেবৰ্ষি নাৰদক লগত পথপ্ৰদৰ্শক স্বৰূপে লৈ, গৰুড়যানেৰে কন্যাপুৰলৈ ৰণযাত্ৰা কৰিমহঁক। এতিয়া বলাহঁক, সন্ধ্যা হওঁগৈ। পলম কৰাৰ সকাম নাই।

ৰুক্মিণী।—মোৰ স্বামীগুৰু যদুনাথৰ অনুজ্ঞা অনুসৰি, সম্প্ৰতি ৰণযাত্ৰীত মই ভুক্ত নহলোঁ, কিন্তু ইতিমধ্যত, যাতে মোৰ পিতৃৰাজ্য কুণ্ডিল নগৰৰপৰা প্ৰয়োজন অনুসৰি ৰণবল যথাসময়ত যোগ হয়হি, তাৰ দিহাকৰণৰ অৰ্থে মই ইয়াৰেপৰা যুগুত ব্যৱস্থা কৰিম। [শ্ৰীকৃষ্ণৰ বামকৰ ধাৰণ কৰি] প্ৰাণেশ্বৰ! আহক। মোৰ মনোমতকৈ আপোনাক বীৰ সাজেৰে সজাই পঠিয়াওঁগৈ।

প্ৰদ্যুম্ন।—[নাৰদৰ প্ৰতি] হে দেৱৰ্ষি। আহক, ইতিমধ্যত আমাৰ আতিথ্য গ্ৰহণ কৰি আমাক আপ্যায়িত কৰোকহি।

[সকলোটিৰ প্ৰস্থান]

## পঞ্চম গৰ্ভাঙ্ক।

·—:•:—

দৃশ্য,—বাণ-নগৰ, মন্ত্ৰণা-চৰা।

[ বাণ, কুম্ভাণ্ড, জ্বৰ আৰু ৰৌদ্ৰ ]

বাণ।—মন্ত্ৰি ! মোৰ ৰণতৃষ্ণা অদ্যাপি পৰিপূৰ্ণকৈ পৰিতৃপ্ত নহল। সিদিনা সেই বিচক্ষণীয়া যুৱা যোদ্ধাৰ সম্মুখীন হোৱাৰ ছেগতে মোৰ সহস্ৰভুজ্জ পৰিমিত ৰণবল সম্পূৰ্ণে প্ৰয়োগ কৰি মোৰ ৰণতৃষ্ণা পলুৱাবলৈ উদ্যত হৈছিলোঁ; কিন্তু তোমাৰ পৰামৰ্শ অনুসৰি, সেই ৰণবল অৰ্দ্ধেক ক্ষয় হওঁতেই ক্ষান্ত হলোঁ। যাৰ উদ্দেশে সেই দিনা অৱশিষ্ট বল গচ্ছিত ৰাখিবলৈ সঙ্কেত দিছিলোঁ, তেওঁ নো কোন্ ? কেতিয়াকৈ সেই কল্পিত যোদ্ধা মোৰ সম্মুখীন হবহি ?

কুম্ভাণ্ড।—হে মহাসুৰ। সেই জন, মোৰ অনুমানত, যদুনাথ দ্বাৰকেশ্বৰ শ্ৰীকৃষ্ণ ! সৰ্ব্বসুলক্ষণ নিৰিক্ষণ কৰি, বুজিব পাৰিছোঁ বৰ্ত্তমানে আপোনাৰ নাগপাশত আৱদ্ধ সেই অমিততেজা যুৱা যোদ্ধাজন কোনোবা এজন যাদৱ কোঁৱৰ,—সম্ভৱতঃ বাসুদেৱ শ্ৰীকৃষ্ণৰ নাতি। গতিকে, এই কোঁৱৰক বন্দী কৰা সংবাদ পোৱামাত্ৰে মহাবীৰ্য্যৱন্ত যাদৱকেশৰী শ্ৰীকৃষ্ণ স্বয়ং ৰণক্ষেত্ৰত আপোনাৰ সম্মুখীন হবহি, এয়ে মোৰ ধাৰণা।

বাণ।—[ অধৈৰ্য্য ] অহঃ ! সেই ৰণ-সংবাদ দ্বাৰকা পায়গৈমানে বহুদিন অপেক্ষা কৰিব লাগিব ! দ্বাৰকা ইয়াৰপৰা একাদশ-সহস্ৰ যোজনৰ পথ ! এনেস্থলত, সেই যোদ্ধা অনতিপলমে মোৰ লাভ হব বুলি তুমি কি যুক্তিৰে ধৰিছা ?

জ্বৰ।—হে ৰাজন ! দূৰত্বই সংবাদ পলম নকৰে। ৰণ-সংবাদ সততে বায়ু-বেগে ধাবিত হয় !

বৌদ্ধ।—প্ৰভো! ৰণবাৰ্ত্তা আকাশী বাতৰি সদৃশ। ই যে কি সূত্ৰে কাৰ যোগে বিছ্যুৎবেগে প্ৰচাৰিত হৈ পৰে, কবই নোৱাৰি!

কুম্ভাণ্ড।—ৰণবাৰ্ত্তাত বিছ্যুৎপ্ৰভা বিদ্যমান; তাড়িত বাতৰি তুল্য ই বেগৱান।

বাণ।—( বলেৰে ধৈৰ্য্য ধৰি ) যি হওক, মানিছোঁ তোমালোকৰ আশ্বাস। অতি কষ্টে আৰু দিনদিয়েকলৈ প্ৰতীক্ষাত ৰবলগীয়া হল। কিন্তু, অতৃপ্ত তৃষ্ণা অত্যন্ত প্ৰৱল; তাৰ গতি বোধ কৰি ৰখা সহজ ব্যাপাৰ নহয়!

জৰ।—মোৰ বিবেচনাত, আমি সেই আগন্তুক মহাৰণলৈ সষ্টম হওঁমানে মহাৰাজৰ প্ৰতীক্ষাৰ কাল অন্ত পৰিব।

ৰৌদ্ৰ।—মোৰো সেয়ে ধাৰণা। মোৰ মনেৰে ইমানবেগৰা আমাৰ ৰণ-আয়োজন আৰম্ভ কৰা বাঞ্ছনীয়।

কুম্ভাণ্ড।—নিশ্চয়। ই সাধাৰণ আয়োজনৰ কাৰ্য্য নহয়। মোৰ ধাৰণাত, আগন্তুক মহাযুদ্ধ এনে ধৰণৰ হব, যাৰ উদ্দেশে বছৰদিনৰ আয়োজনো যথেষ্ট নহব হে।

বাণ।—( আনন্দত উলাহিত হৈ ) সঁচা নে মন্ত্ৰিবৰ! তেন্তে মোৰ তপস্যা, তেনেহলে মোৰ বৰলাভ অথলে যোৱাৰ আশঙ্কা নাই? বৰ সন্তোষৰ কথা! অতি হৃদয়ৰঞ্জক আশা! বাৰু, এতিয়া তোমালোক যিভাৱে সষ্টম হোৱা যুগুত, সেই ভাৱেই তাৰ আয়োজনত ধৰাঁগৈহঁক। মোৰ নিমিত্তে আয়োজনৰ প্ৰয়োজন নাই। মোৰ সহস্ৰ ভুজবলৰ অৰ্দ্ধেকমান বল গচ্ছিত আছেই, আৱশ্যক বোধ কৰা গলে, সিদিনা যুৱাযোদ্ধাৰ লগত ক্ষয় হোৱা পৰিমিত বলো পুনৰপি পৰিপূৰ্ণ কৰি লৈ, মোৰ সহস্ৰভুজবল সংগঠন কৰি লোৱা যাব।

বোম্ৰ।—সাধু সিদ্ধান্ত। স্বৰূপ, কাৰ্ত্তিকেয়-অনুজ দুৰ্জ্জয় বীৰ বাণাসুৰ আত্মবলেৰেই মহাবল; তাত আমাৰ সাধাৰণ আয়োজন সংযোগৰ প্ৰয়োজন নহব।

...ৰ।—মোৰো সেয়ে মত। এতিয়া মন্ত্ৰিবৰ সমম্বিতে আমি হে সক্ষম হব লাগে। সেই অৰ্থে, যথাযোগ্য আয়োজনৰ প্ৰয়োজন।

কুম্ভাণ্ড।—সেনাপত্তিদ্বয়ৰ মতত মোৰ অমত নাই। মোৰ পক্ষে, যুদ্ধ-বিদ্যাৰ যৎকিঞ্চিৎ জ্ঞান মোৰ আছে যদিও, মই ৰণক্ষেত্ৰত অনভিজ্ঞ। গতিকে, মই সক্ষম হবলৈ বিশেষ আয়োজনৰ প্ৰয়োজন। এই প্ৰসঙ্গত, মই ইয়াকো কব খোজোঁ, আমাৰ মহাৰাজেও যথাযোগ্য আয়োজনলৈ একেবাৰে আওহেলা কৰা বাঞ্ছনীয় নহব। যিহেতু, আগন্তুক মহাৰণ চলিব হৰৰূপী স্বয়ং দানৱেশ্বৰ আৰু হৰিৰূপী স্বয়ং যাদৱেশ্বৰৰ মাজত; আমি মাথোন তাৰ আনুষঙ্গিক কাৰ্য্য-কাৰণ হম। প্ৰকৃতপক্ষে ই এখন ভীষণ দ্বৈৰথ যুদ্ধ হব। ফলিতাৰ্থত, পৃথিবীত ই এখন হৰিহৰ-ৰণ হবগৈ যেন বোধ হৈছে।

বাণ।—( গম্ভীৰভাৱে ) যি হওক, তোমালোকে মাথোন আশে-পাশে সহযোগী স্বৰূপে হে কাৰ্য্যত তৎপৰ থাকিবাঁহঁক; মোৰ বোধেৰে, মোৰ সমকক্ষ ভাবী যোদ্ধাৰ লগতো কোনোবা সহযোগী পালিযোদ্ধা আহিব পাৰে। সিবিলাকৰে সৈতে সম্মুখীন হবলৈ তোমালোক সক্ষম হৈ থাকিবাঁ। পাৰিতপক্ষে মই স্বয়ং সিবিলাকৰ লগত লাগি, মোৰ সহস্ৰভুজৰ গৌৰৱ লাঘৱ কৰিবৰ ইচ্ছা নাই। যি হওক, আলোচনাত কাল হৰণ কৰা বিধেয় বোধ নকৰোঁ। আহাঁহঁক, আগন্তুক মহাৰণৰ আয়োজনত তৎপৰ হোৱাঁহি।

( সকলোৰে প্ৰস্থান )

---

## ষষ্ঠ গৰ্ভাঙ্ক।

—•:(০):•—

দৃশ্য,—কন্যাপুৰত যাদৱ শিবিৰ।
( যাদৱবাহিনী আৰু শ্ৰীকৃষ্ণ )

শ্ৰীকৃষ্ণ।—হে মহাবাহু ৰাম! হেৰা, মহাবীৰ প্ৰদ্যুম্ন! হেৰা, মহাবল সাত্যকি! হেৰা ধীমান্ অনাধৃষ্টি! হেৰা, মেঘৰস্ত গুৰু আৰু পৱনোপম লঘু সুপৰ্ণ! মই আগন্তুক মহাৰণত যাদৱ বাহিনীৰ নেতৃত্ব গ্ৰহণ কৰাৰ আগতে কিছুমান লাগতিয়াল ৰণোপদেশ দিওঁ, সকলোটিয়ে মনযোগেৰে শুনিব।—আমি যি মহৎ উদ্দেশ্য লৈ এই দূৰ-দূৰৈৰ অচিনাকী পৰ-ৰাজ্যত, এই অদ্ভুত অগ্নিগড়ৰ মাজত সোমাইছোঁহি, সেই উদ্দেশ্যলৈ প্ৰত্যেক নেতা আৰু প্ৰত্যেক যোদ্ধাৰ লক্ষ্য স্থিৰ থাকে যেন। যাদৱৰত্ন বৃষ্ণি কোৱঁৰ অপহৃত হোৱাত, আজি পাৰ্থিবগণ সবাৰে আমাৰ প্ৰতি উদ্বিগ্ন ভাৱে নিৰীক্ষণ কৰিছে। যদিস্যাৎ আমি আগন্তুক ৰণত পৰাপ্ত হৈ কুমাৰৰ উদ্ধাৰত অকৃতকাৰ্য্য হব লগাত পৰোঁ, তেন্তে সদৌ পাৰ্থিব-গণে কুলশীল মহা প্ৰতাপী যাদৱবৰ্গক নিতান্ত অসমৰ্থ জ্ঞান কৰিব। সমুন্নত যদুবংশৰ তাতকৈ অখ্যাতিৰ কথা আৰু কি হব পাৰে? দানৱৰ হাতত ঘাটিব লাগিলে যাদৱৰ গৌৰৱ কেনেকৈ ৰক্ষা পৰিব? উপস্থিত ঘটনা কিন্তু যাদৱৰ পক্ষে নতুন নহয়; এনে ঘটনাৰ পটন্তৰ যাদৱ বুৰঞ্জীত জিলিকি আছে। ইতিপূৰ্ব্বত, যাদৱৰাজ আহুক শাল্ব দৈত্যৰ দ্বাৰাই অপহৃত হৈছিল; যাদৱ যোদ্ধাই সুদাৰুণ ৰণ দি, দৈত্যবীৰক নিপাত কৰি নিজ বংশগৌৰৱ প্ৰত্যানয়ন কৰিছিল। শিশু অৱস্থাত ৰুক্মিণীনন্দন প্ৰদ্যুম্নকোৱঁৰ শম্বৰাসুৰৰ দ্বাৰাই অপহৃত হৈছিল; কালত সেই বৃষ্ণি কোৱঁৰে নিজ বাহুবলেৰে শম্বৰ অসুৰক নিধন কৰি যাদৱ গৌৰৱ অপ্ৰতি-

হতকৈ ৰক্ষা কৰিলে। এতিয়াও, প্ৰদ্যুম্ননন্দন অনিৰুদ্ধ কুমাৰ-হৰণ যাদৱৰ পক্ষে একে নতুন আৰু অলঙ্ঘনীয় কাণ্ড নহয়। এতিয়াও আমাৰ উদ্দেশ্য সফল হব। এতিয়াও যাদৱ গৌৰৱ ৰক্ষা পৰিব ই নিশ্চয়।

যাদৱবৰ্গ।—( সমস্বৰে ) নিশ্চয়! নিশ্চয়!

প্ৰদ্যুম্ন।—পিতৃযোগ্য পুত্ৰ হয় যদি, মই শম্বৰাসুৰক বধ কৰাৰ দৰেই, মোৰ পুত্ৰ কুমাৰ অনিৰুদ্ধই বাণাসুৰক বধ কৰি নিশ্চয় আত্মোদ্ধাৰ কৰিব।

সাত্যকি।—নিশ্চয়। অনিৰুদ্ধ কুমাৰত আত্মোদ্ধাৰৰ বল-বীৰ্য্যৰ অভাৱ নাই।

শ্ৰীকৃষ্ণ।—সঁচা। কুমাৰ সাধাৰণ বীৰ নহয়। কিন্তু, বাণাসুৰৰ দেৱদত্ত বলবীৰ্য্যও সামান্য নহয়; সেই বলৰ প্ৰভাৱতে তেওঁ সহস্ৰভুজ নামে অভিহিত।

বলৰাম।—তোমালোকে নাজানা, বলিনন্দন বাণাসুৰ হৰ-মহেশ্বৰৰ বলেৰে বলিয়ান।

শ্ৰীকৃষ্ণ।—যি হওক, সম্প্ৰতি কুমাৰ অনিৰুদ্ধ এই কন্যপুৰৰ কোন্ ঠাইত কি ভাৱে প্ৰবাসিত হৈ ৰৈছে, তাৰ সম্বেদ্ লোৱাৰ প্ৰয়োজন। মই সেই বিষয়ক চিন্তালোচনাত আছোঁ।

সুপৰ্ণ।—প্ৰভুৰ আজ্ঞা হলে, সেই সম্বেদ্ অনতিপলমে আনি দিবলৈ মই গাত লৈছোঁ।

অনাধৃষ্টি।—অতি উত্তম কথা। সেইবাবে সহযোগী সুপৰ্ণ আমাৰ সবাৰৰে ধন্যবাদৰ পাত্ৰ।

শ্ৰীকৃষ্ণ।—বাৰু, সেই বিষয়ত নিশ্চিন্ত হলোঁ। এতিয়া আকৌ আগন্তুক ৰণত জয়লাভ কৰাৰ বিষয়ে ভাবিবলগীয়া হৈছে। হে যাদৱগণ! ইতি-পূৰ্ব্বৰ অপহৃত কাৰ্য্যাৱলীয়েও মোক ব্যথিত কৰিছিল; কিন্তু উপস্থিত এই কুমাৰহৰণত মোৰ প্ৰাণত বিষম ব্যথা বাজিছে, এনে ব্যথা মই

কেতিয়াবা কিবা কাৰণত পাইছিলোঁ। বুলি মোৰ স্মৰণ নহয়। আৰু, যাদববৰ্গ প্ৰমুখ্যে দ্বাৰকাবাসীয়েও কদাপি এনে মনস্তাপ সহিব লগাত পৰা নাই। এতেকে, এতিয়া আমি সবাৰে একান্তচিত্তে এই ৰণত এই ৰাজ্যৰ দুৰ্জ্জয় ৰজা বাণাসুৰৰ সম্মুখীন হবলৈ বদ্ধপৰিকৰ হব লাগে। সেই উদ্দেশ্যে প্ৰত্যেক যাদৱ যোদ্ধা এই মহামন্ত্ৰেৰে অনু-প্ৰাণিত হব লাগে, "মন্ত্ৰৰ সাধন কিম্বা শৰীৰ পতন"।

সাত্যকি।—জয় যাদৱবাহিনীৰ জয়।

যাদৱবাহিনী।—জয় শ্ৰীকৃষ্ণৰ জয়।

বলৰাম।—হেৰা, অদ্ভুতকৰ্ম্মা কৃষ্ণ! তুমি মোৰ প্ৰাণপ্ৰতিম অনুজ। তুমি আজীৱন মোৰ অনুচৰৰূপে চলি আহিছাঁ। কিন্তু, আগন্তুক মহাযুদ্ধত আজি তুমি মোৰ অগ্ৰজোত্তম উপদেষ্টা। তোমাৰ অপ্ৰতিহত নেতৃত্ব মানি অগ্ৰসৰ হবলৈ মই সৰ্ব্বোতোভাৱে প্ৰস্তুত আছোঁ।

শ্ৰীকৃষ্ণ।—( বলৰামৰ চৰণ চুই ) হে অগ্ৰজ গুৰুদেৱ! ময়ো, নেতা হৈয়ো, আপোনাৰ নেতৃত্ব মানি চলিবলৈ মান্তি হৈছোঁ।

প্ৰদ্যুম্ন।—হে যদুনাথ! মই পুত্ৰ হৈ পিতৃৰ কি গুণ কীৰ্ত্তন কৰিম? তথাপি, কৰ্ত্তব্যৰ অনুৰোধত ইমানকে কওঁ, যি অচলা ভক্তিৰে সৈতে পিতৃৰ আদেশ-উপদেশ আজন্ম পালন কৰি আহিছোঁ, আজি এই মহা পৰীক্ষাৰ স্থলত তাৰ লেশমানো ত্ৰুটী নহব ; আগন্তুক মহাৰণত আপুনি যেতিয়াই যি আদেশৰ সঙ্কেত দিব, তেতিয়াই সেই আদেশ আনন্দ-মনেৰে শিৰোধাৰ্য্য কৰি অগ্ৰসৰ হম।

সুপৰ্ণ।—হে প্ৰভু শ্ৰীকৃষ্ণ! আপোনাৰ বিনয়-নম্ৰতা অতিশয় অদ্ভুত। হে মধুসূদন! আপুনি স্তোতব্য হৈয়ো স্তৱ কৰা সদৃশে যি অমায়িক প্ৰেৰণা, প্ৰয়োগ কৰিছে, সি প্ৰত্যেক যাদৱ যোদ্ধাৰ অন্তৰৰ মৰ্ম্ম স্পৰ্শ কৰিছে। আপুনি বেদাধ্যক্ষ, সুৰাধ্যক্ষ, সৰ্ব্বকামপ্ৰদ, অমোঘদৰ্শন, আৰু

ৰবাৰ্থিগণৰ বৰপ্ৰদ। আপুনি চতুৰ্ভুজ, চতুৰ্মূৰ্ত্তি, চতুৰ্হোত্ৰপ্ৰবৰ্ত্তক, চাতুৰাশ্ৰম্যহোতা, চতুৰ্বেত্তা আৰু মহাকবি। হে প্ৰভো! আপুনি ধনুৰ্দ্ধৰ, চক্ৰধৰ, শঙ্খধৰ, আৰু আপুনিয়েই পূৰ্ব্বতন দেহসকলত ভূমিধৰ বুলি প্ৰখ্যাত। আপুনিয়েই দৈৱকীনন্দন, যশোদাতনয়, গোবৰ্দ্ধনধাৰী, বৃন্দাৱনবিহাৰী গোপ্ৰাণ গোপাল। আপুনি মল্লাদি মল্লভাষন, মল্লপ্ৰিয়, মহামল্ল চাহুৰ মৰ্দ্দন মহাপুৰুষ। আপুনি বিপ্ৰপ্ৰেম, বিপ্ৰহিত, বিপ্ৰজ্ঞ আৰু বিপ্ৰভাৱন। হে গোবিন্দ! আপুনি সৰ্ব্বধনুৰ্দ্ধৰ আৰু মহান্ প্ৰলয় আৰু নিলয়। হে মাধৱ! হে যদুত্তম জনাৰ্দ্দন! আপোনাৰ আদেশ-নিৰ্দ্দেশ সততে শিৰোধাৰ্য্য।

অনাধৃষ্টি।—হে মহাপ্ৰভো! আপুনি স্বয়ং অন্তৰ্য্যামী ভগৱান। আমি সামান্য নৰে সামান্য বাক্য যোজনাৰে আপোনাৰ অসীম ক্ষমতা বখানিবলৈ যোৱাটো আমাৰ ধৃষ্টতা মাথোন। আপোনাৰ পূৰ্ব্বকৃত অদ্ভুত কৰ্ম্মৰাশিৰ ৰোমাঞ্চক স্মৃতিয়ে মোৰ অন্তৰত দৃঢ় বিশ্বাস জন্মাইছে, আপুনি উপস্থিত যাদৱবাহিনীক নিমিত্তকাৰণ স্বৰূপ লৈ, আগন্তুক মহাসমৰত দুৰ্জ্জয় বাণ ৰজাক জয় কৰিব; আপুনি নিজ বাহুবলেৰে সেই সহস্ৰভুজ দৈত্যেন্দ্ৰক সৰ্ব্বতোভাৱে বশকৰিব। এই নিৰ্ভুল ধাৰণাৰে মই আপোনাৰ আজ্ঞানুবৰ্ত্তী হৈ ৰণাৰম্ভণৰ ক্ষণ গণিব লাগিছোঁ।

সাত্যকি।—হে প্ৰভো! আপোনাৰ এই চিৰানুগত দাস যে আপোনাৰ চিৰপ্ৰবাহিত আদেশ আঙুলি-নিৰ্দ্দেশ মাত্ৰে পালন কৰিবলৈ প্ৰাণপণে প্ৰস্তুত, তাৰ দ্বিৰুক্তি নিষ্প্ৰয়োজন। আপুনি কৃপা কৰি স্বয়ং আমাৰ নেতৃত্ব গ্ৰহণ কৰিছে যেতিয়া, আমাৰ ৰণজয় মোৰ অগ্ৰিম ধাৰণা। হে কেশৱ! হে দেৱমাধৱ! হে অপায়হাৰী হৰি! আপুনি দক্ষিণ কৰকমলত অসি-চক্ৰ গদা-বাণ আৰু বাম কৰপদ্মত বৰ্ম্ম-শাৰ্ঙ্গ-শঙ্খ-বজ্ৰ ধাৰণ কৰি যি মুহূৰ্ত্তত যি আদেশ প্ৰয়োগ কৰিব, সেই আদেশৰ প্ৰেৰণাত যাদৱ-

বাহিনী অবাৰিত গতিৰে সম্মুখ-সংগ্ৰামলৈ উত্তেজিত হৈ অগ্ৰসৰ হব, তাত মোৰ লেশমানো সংশয় নাই। হে বাসুদেৱ! হে যাদবেশ্বৰ! আপোনাৰ এই দেৱতাদুৰ্লভ নেতৃত্বত আমি সদৌ যাদৱবাহিনীয়ে পৰম উলাহিত হৈ আগন্তুক মহাৰণ প্ৰতীক্ষা কৰিছো।

শ্ৰীকৃষ্ণ।—হে অগ্ৰজ সঙ্কৰ্ষণ! আপুনি সমন্বিতে যাদৱসেনাপতিগণ আৰু বীৰযোদ্ধাবৰ্গৰ সম্মিলিত সমাদৰে মোক প ম উলাহিত কৰিছে। সেনা-সেনানায়ক সবাৰে একেস্বৰে আমাৰ ৰণজয় নিশ্চয় বুলি বিশ্বাস কৰাত, মোৰ মনতো সেই ধাৰণা অটল ভাবে ৰহিছে। তথাপি, কাৰ্য্যফললৈ আগধৰি হাত পতাটো বিধি নহয়; ফলাফল বিভুৰ হাতত হে, মানৱলৈ সি শেহত হে ফলিয়ায়। সম্প্ৰতি আমি জয়লাভ কামনা মাথোন কৰিব পাৰোঁ; সেই অৰ্থে নিশ্চিত হব নোৱাৰোঁ।

সুপৰ্ণ।—জয় যাদৱৰ জয়। ( যাদৱবাহিনীয়ে দোহাৰে )

সাত্যকি।—জয় শ্ৰীকৃষ্ণৰ জয়। ( যাদৱবাহিনীয়ে দোহাৰে )

শ্ৰীকৃষ্ণ।—হে বীৰগণ! আমি আজি যি ৰজাৰ ৰাজ্যত আক্ৰমণকাৰীৰূপে প্ৰবেশ কৰিছোঁহি, তেওঁ নগণ্য যোদ্ধা নহয়; তেওঁ এজন মহাসুৰ,— নাম বাণেশ্বৰ! তেওঁৰ বল-বিক্ৰমৰ বিষয়ে মই যি জানো, তাৰ উপৰি তেওঁৰ প্ৰবল প্ৰতাপৰ বিষয়ে দেৱৰ্ষি নাৰদৰ মুখে সবিশেষ শুনা গৈছে। তেওঁ এজন অদ্বিতীয় শৈৱ ৰজা। হৰভক্তিৰ বলত তেওঁ অতুল ক্ষমতা লাভ কৰিছে। এনে কি, তেওঁ দেৱীৰ পুত্ৰত্ব লাভ কৰি, মহাবাহু সুৰ-সেনাপতি কুমাৰ কাৰ্ত্তিকেয়ৰ কনিষ্ঠৰূপে পৰিগণিত হৈ উঠিছে। সেই অৱধি তেওঁৰ ৰণতৃষ্ণা অপ্ৰদমিত ভাৱে বাঢ়িব লাগিছে। স্বৰূপাৰ্থত, উপস্থিত মহাৰণ তেওঁৰ ইপ্সিত ৰণ মাথোন। ইয়াৰ উদ্দেশে তেওঁ বহু-দিন ধৰি লালায়িত। তেওঁ এজন যুদ্ধবিশাৰদ দানৱৰাজ। তেওঁ একে-ছেগতে সহস্ৰ তীক্ষ্ণাস্ত্ৰ পৰিচালনা কৰিব পাৰে দেখি, তেওঁ সহস্ৰভুজ নামে অভিহিত। এনে এজন দুৰ্জ্জয় বীৰ ৰজাৰ লগত সম্মুখসংগ্ৰাম

দিবলৈ বুলি সুদূৰৈ যাবকাৰপৰা আহি আমি এই অগ্নিগড়েৰে সুৰক্ষিত কন্যাপুৰত প্ৰৱাসিত হৈছোঁহি। এতেকে, এতিয়া সেই অনুপাতে আমাৰ মানসিক আৰু শাৰীৰিক বল-বিক্ৰমৰ প্ৰয়োজন। আপোনাসবৰ মনো-বলৰ পৰিচয় পাই মই পুলকিত হৈছোঁ; আগন্তুক যু-ছেগত দেহবলৰ পৰিচয়ো পাওঁ যেন, এই বাঞ্ছা।

সাত্যকি।—প্ৰভো! আগন্তুক মহাৰণত আমাৰ জয় নিশ্চয়।

প্ৰদ্যুম্ন।—পিতা! আমাৰ ৰণজয়ৰ ধাৰণা স্বাভাৱিক। উপস্থিত মহাৰণ যে যাদৱ বল পৰীক্ষাৰ অৰ্থে সংগঠিত হৈছে, সেইটো মোৰ ধ্ৰুৱ ধাৰণা।

শ্ৰীকৃষ্ণ।—তোমালোকে উপস্থিত ৰণকে যিভাৱে মহাৰণ বুলি ভাবিছাহঁক, মই সেই ভাৱে ভবা নাই। যিহেতু, মোৰ মনত ইয়াতকৈ যাঠীগুণে চৰা এক মহাৰণৰ ৰচনা চলিত আছে,—যি ৰণ ৰচনাৰপৰা মোক ৰুক্মিণীদেবীয়ে আচম্বিতে গৈ এৰুৱাই আনি এই ৰণ-ৰচনাত নিয়োগ কৰিলেহি, সেই কুৰুক্ষেত্ৰ ৰণেই মোৰ সেই কল্পিত মহাৰণ। উপস্থিত ৰণৰপৰা অব্যাহতি পোৱা মাত্ৰে অনতিপলমে মই সেই মহাৰণত যোগ দিবগৈ লাগিব।

বলৰাম।—সেই বিষয় আমাৰ অবিদিত নহয়। মোৰ অনুজ্ঞা অনুসৰিয়েই ৰুক্মিণীদেবী উপপ্লব্যলৈ সেই উদ্দেশ্যে প্ৰেৰিত হৈছিল। হেৰা কৃষ্ণ! এতিয়া যাদৱবাহিনীক উপস্থিত ৰণৰ দিহা দিয়াৰ হে প্ৰয়োজন।

শ্ৰীকৃষ্ণ।—সম্প্ৰতি উপস্থিত ৰণ সম্পৰ্কে আপোনাসকলক বিস্তাৰিত ভাৱে দিহা দিয়া নাযায়, কাৰণ ৰণ আৰম্ভণৰ পূৰ্বেই তাৰ পূৰ্ণ ব্যৱস্থা দিব নোৱাৰি; সদ্যহতে ইয়াকে মাথোন কোৱা যায়, যি ক্ষণত আমি ৰণ-ক্ষেত্ৰত অৱতীৰ্ণ হমগৈ, সেই ক্ষণৰপৰা, অপৰ কোনো নিৰ্দ্দেশৰ নিদৰ্শন নিদিয়ালৈকে, আমি সন্মিলিতভাৱে অগ্ৰসৰ হওঁতে, মই সৰ্ব্বাগ্ৰত সম্মুখীন হম; মোৰ সমুখত সুপৰ্ণ থাকিব; দক্ষিণ পাশে অগ্ৰজ সঙ্কৰ্ষণ, বাম পাশে কুমাৰ প্ৰদ্যুম্ন থাকিব, তৎপশ্চাতত যাদৱবাহিনীৰ আগত অনাধৃষ্টি, আৰু তদোপশ্চাতত সাত্যকি গুৰিধৰা হৈ ক্ৰমাৎ অগ্ৰসৰ হব লাগিব।

সুপর্ণ।—শিৰোধাৰ্য্য প্ৰভুৰ আদেশ।

অনাধৃষ্টি।—সততে ৰাখিম মনত প্ৰভুৰ দিহাকৰণ।

সাত্যকি।—গুৰি ধৰা বাব মই পালিম যতনে।

শ্ৰীকৃষ্ণ।—আৰু এটি কথা। ৰণনীতি অনুসৰি, যি পক্ষে আগধৰি ৰণ-আৰম্ভণ ঘোষণা কৰে, সেই পক্ষে একাধিক বিশেষ সুবিধা উপভোগ কৰিবলৈ পায়। গতিকে, আমাৰ পক্ষীয় দূত আগধৰি শত্ৰুশিবিৰলৈ প্ৰেৰিত হব লাগে ৰণাৰম্ভণ ঘোষণা কৰিবলৈ। সদ্যহতে ইমানেই। এতিয়া ৰণসজ্জা কৰেঁাগৈ আহঁাহঁক।

অনাধৃষ্টি।—জয় যাদৱবাহিনীৰ জয়। (একেস্বৰ দোহাৰ)

সুপর্ণ—জয় শ্ৰীকৃষ্ণৰ জয়। (একেস্বৰ দোহাৰ)

(সকলোৰে প্ৰস্থান)

*—*—*

## সপ্তম গৰ্ভাঙ্ক।

দৃশ্য,—ৰাজ আলি।

(যাদৱ আৰু দানৱ দুৰ্গৰ বাৰ্ত্তাবহ দুটা দূত)

১ম, দূত।—(উত্তৰৰ পৰা দক্ষিণলৈ আহি থাকে) কোন্ তই?

২য়, দূত।—(দক্ষিণৰ পৰা উত্তৰলৈ যায়) দূত মই।

১ম, দূত।—উৰা। ই কথা কি?

২য়, দূত।—এৰা, ভাল কৈছোঁ, মই দূত।

১ম, দূত।—হেৰ, মই হে দূত।

২য়, দূত।—নহয়, হেৰ, মই হে দূত।

১ম, দূত।—দেখিছ বাৰু এতিয়া!
২য়, দূত।—দেখিছো তো; এইটো (নিজক) তই, সেইটো (১ম, দূতক) মই।
১ম, দূত।—বাৰু, হেৰ, তোৰ নাম কি?
২য়, দূত।—মোৰ নাম মনপুৰ।
১ম, দূত।—উঃ! কটা, বন্দি! মোৰ নামটোও দহোন নিব খোজ? (চোচামাৰি গৈ ঠলামুৰি এটা মাৰে) ঔ, কটা! বিষয়খন যে নিয়েই, মোৰ নামটোও নিয়ে এতিয়া! কটাৰ পো কটা, হেৰ, মোৰ নাম হে মনপুৰ?

২য়, দূত।—(উঁসটি ধৰি কিলাকুটি বাদ্যং) কটাৰ বন্দি কটা! ৰৰকৈ কেৰামতালি কৰচোন? বোলে, পৰদেশ মৰদেশ; মাৰি যাম, মৰি যাম বুলি জনা নাই হবলা? কটা! মোৰ নাম মনপুৰ বুলি জগতে জানে।

১ম, দূত।—আউ! ই হে মই। মই মই নহয়েই! মই মিছাতে হে মই মইকৈ ফুৰোঁ!

২য়, দূত।—বাৰু, ৰবি, মই পৰ্মাণ কৰি চাওঁ। তইয়ে (নিজৰ বুকুত আঙ্গুলি দি) মই নে, মইয়ে (১ম, দূতৰ বুকুত আঙ্গুলিৰে খোঁচ মাৰি) তই (নিজৰ বুকুলৈ আঙ্গুলি ঘূৰাই আনি)?

১ম, দূত।—(নিজৰ গালৈ আঙ্গুলি নিৰ্দ্দেশ কৰি) তইয়ে মই, (২য়, দূতৰ গাত আঙ্গুলি লগাই) মইয়ে তই।

২য়, দূত।—নহল, নহল। (মুখত হাত চপৰিয়াই) আবা-বা, আবা-বা! মই হে তই, তই হে মই!

১ম, দূত।—আবা-বা-বা! নহল, তোৰো নহল। তই হে মই, মই হে তই। এনেকৈ হে হব।

২য়, দূত।—(মুখৰ ভিতৰতে বুলবুলাই) তেনেকৈও নিমিলেছোন অ?— এঃ, তেন্তে দুয়ো মই, দুয়ো তই, এনেকৈয়ে হক দে। কি বোল?

১ম, দূত ।—তেনেকৈচোন পিচে দুইটা একেটা হলোঁ একা !

২য়, দূত ।—ওঁ, একেটা হলোঁ তো। হেৰ, আমাৰ নামো একেটা যে! মন কৰি চাচোন।

১ম, দূত ।—তেনেহলে আমি দুয়ো মিতা!

২য়, দূত ।—ওঁ তো। আমি উপজিবৰেপৰা মিতা। তং কৰি চাবিচোন, আমি কোনোবা জনমত এটা আছিলোঁ, নহয় নে বাৰু ?

১ম, দূত ।—এৰা হয়, আমি নৌ-উপজিবৰেপৰা মিতা। এতেদিন দুয়ো হে নিমিতাকৈ আছিলোঁ ইক !

২য়, দূত ।—এৰা, হব পায় হয়। হেৰ, ককাইটি, আকৌ একেটা হৈ চাওঁহকচোন, আহচোন। ( দুয়ো ডিঙ্গি ধৰাধৰিকৈ জঁপিয়াই নাচি নাচি) "মইময়-তইতয় ৰাম ঔ হৰি, থাকোঁ জোলোঙাত ভৰি !"

১ম, ২য়, দূত ।—( ডেও পাৰি নাচি নাচি ) মইময় তইময়, তইময় মইময়, হৰ ঔ হৰি, আছোঁ জোলোঙাত ভৰি।

১ম, দূত ।—বাৰু, ভাইটি! সইত্ত কৰি, নেত্তাৰিৰি, তই নো যাব কলৈ কচোন। চুপতি নকৰিবি দেই।

২য়, দূত ।—ককাইটি! চুপতি কৰিবলৈ, তই জানো ৰূপতী ? সঁচাই কৈছোঁ, পতিয়াবি, মই দানৱ কোঁঠলৈ যাওঁ। পিচে, তইনো যাম কলৈ?

১ম, দূত ।—ভাইটি! মই যাওঁ যাদৱ কোঁঠলৈ।

২য়, দূত ।—কিয় ?

১ম, দূত ।—ৰণ-ঘোষণাৰ বতৰা দিবলৈ।

২য়, দূত ।—( আনফালে মুখ কৰি আপোনা-আপুনি ) অ! ই মোতকৈ আগ বাঢ়ে এতিয়া! সেনাপতি দৌতাই কৈ পঠিয়াইছিল, বোলে আমাৰ ফালৰপৰা হে বতৰাটো আগ হব লাগে। বাৰু, তেন্তে এটা বুধি কৰিব লাগিল। ( ফুটাই ) ককাইটি! মহো যাওঁ কিবা কথাৰে

মানব কোঁঠলৈ। ককাইটি! মোক দোখোজমান আগবঢ়াই বাট লগাই দে হেব! অচিনাকী ঠাই; কৰবালৈ যাওঁতে কৰবাত ওলামগৈ পিচে! (হাতত ধৰি টানি) আহ, ককাইটি, আহ; (কেখোজমান টানি নি) মোক পোন্ বাট এটা লগাই দেহি, আহ।

১ম, দূত।—এৰা, মোলৈকো বেলি হয়। বেলি নৌ পৰোঁতেই ঘূৰিবগৈ লাগে।—বাৰু, বল, সৌ পোন্ বাটটো লগাই দি আহোঁগৈ। (দুয়ো ২য়, দূত যাবলগীয়া মুখে ওলাই গৈ আকৌ ইপাকে দি ঘূৰি সোমায়হি)

১ম, দূত — বাৰু, যাগৈ দেই ভাইটি ইয়াৰেপৰা।

২য়, দূত।—বাৰু, যাওঁ গৈ দেই ককাইটি! তয়ো লাহে লাহে যাগৈ; পাবিগৈ, ভয় নাই, বেলি ভালেখিনি আছে। বেগাই নেযাবি, দুখ পাবি। (আপোনা-আপুনি) তই গৈ পাওঁতে নাপাওঁতেই মই গৈ পাই ঘূৰিমগৈ।

(দুইৰো দুফালে প্ৰস্থান)

চতুৰ্থ, অঙ্কপাত।

# ৫। অঙ্ক।

—:o:—

## প্ৰথম গৰ্ভাঙ্ক।

*——:——*

দৃশ্য,—হৰিহৰ-ৰণক্ষেত্ৰ।

( নেপথ্যত ৰণবাদ্য ; যাদৱবাহিনী আৰু দানৱবাহিনীৰ নেতাবৰ্গ দুফালৰপৰা প্ৰৱেশ )

শ্ৰীকৃষ্ণ।—হেৰা দানৱৰাজ বাণ ! ৰণক্ষেত্ৰত আমি উভয়পক্ষ সম্মুখীন। মই যথাবিধি ঘোষণা কৰিছোঁ, এতিয়া ৰণ আৰম্ভ কৰা হওক। আশা-কৰোঁ, কোনো পক্ষে প্ৰচলিত ৰণ-নীতি ভঙ্গ নকৰে যেন। মই প্ৰস্তাৱ কৰোঁ, জয়-জয়তে দ্বৈৰথ যুদ্ধ চলোক। সেই অনুসৰি, উভয় পক্ষৰ প্ৰধান প্ৰধান সেনাপতিগণ নিজ বাছনি অনুযায়ী যোৰা-যোৰা হৈ দ্বৈৰথ যুদ্ধত প্ৰবৃত্ত হওক। সিফালে ডুৱলীয়া সেনানায়কসকলে যাদৱবাহিনী আৰু দানৱবাহিনীৰ সমবেত সেনানীৰে সৈতে সম্মুখসংগ্ৰামত লাগি যাওক। মোৰে সৈতে দ্বৈৰথ ৰণলৈ মই অপৰ পক্ষৰ সৰ্ব্বপ্ৰধান ৰণ-নেতা বাণাসুৰক বাচি লৈছোঁ।

বলৰাম।—মই জ্বৰ সেনাপতিক লৈছোঁ।

প্ৰদ্যুম্ন।—ৰৌদ্ৰ সেনাপতিয়ে মোৰে সৈতে যোৰা পাতক।

সাত্যকি।—মই কুম্ভাণ্ড মন্ত্ৰীৰে সৈতে যোৰা পাতোঁ।

বাণ।—( সগৰ্ব্বে ) তোমালোকক স্বয়ম্ভু কৰ্ত্তা হবলৈ কিয় বাট এৰি দিম ? মোৰ ৰাজ্যত, মোৰ নগৰত, মোৰ ক্ষেত্ৰত ৰণ পতা হৈছে ; এতেকে মোৰ দিহা, মোৰ আজ্ঞা সবাতকৈ আগ হব লাগিব।

শ্ৰীকৃষ্ণ।—নহয়। সেইটি নৰজে। হেৰা মহাসুৰ! তুমি ৰণনীতি ভঙ্গ কৰিব নোৱাৰা।

বাণ।—(ইতিকিং কৰি) তুমি মোক ৰণ-নীতি নালাগে শিকাব; লাগে যদি, শিকি লোৱাঁ মোৰ পৰা।

শ্ৰীকৃষ্ণ।—(হাঁহি হাঁহি) নিশিকিলেও পালিব লাগিব ৰণ-নীতি। ৰণ-নীতি অনুসৰি যি পক্ষই আগধৰি ৰণ ঘোষণা কৰে, সি পক্ষই ৰণ-দিহাকৰণৰ বাব পায়। ভাবি চোৱাঁ, ঘোষণা কাৰ আগ।

বাণ।—(ৰোষান্ধ হৈ) নামানোঁ তোমাৰ কথা। নালাগে তোমাৰ দিহাকৰণ। মোৰ মতে মই ৰণ কৰিম; তোমাৰ মতে তুমি কৰাঁ।

শ্ৰীকৃষ্ণ।—হেৰা বাণ। তুমি দানৱৰাজ। তুমি মহাসুৰ। তুমি সহস্ৰবাহু নামে অভিহিত। তুমি সুপ্ৰখ্যাত মহানীতিজ্ঞ বলিৰাজৰ নন্দন। এতেকে তুমি নিশ্চয় ৰণশাস্ত্ৰবিশাৰদ। ৰণনীতি বিষয়ক সম্যক্ জ্ঞান নাথাকিলে তুমি সেই গুণ-গৌৰৱৰ গোৰাকী হব নোৱাৰা। যি পক্ষৰপৰা ৰণ-ঘোষণা আগ হয়, সেই পক্ষক সৰ্ব্ব প্ৰস্তাবৰ বাব দিবই লাগিব। ঘোষণাত কোন্ পক্ষৰ দূত আগ হৈছিল, স্মৰণ ৰাখিবাঁ।

বাণ।—(চিন্তাযুত হৈ কুম্ভাণ্ডৰ প্ৰতি) কি জানা, মন্ত্ৰি, তুমি এই বিষয়ে? তোমাৰ অভিমত কি?

কুম্ভাণ্ড।—হে ৰাজন! অপৰ পক্ষৰ ৰণ-ঘোষণা আমাতকৈ আগ, সঁচা। ৰণ-নীতিমতে ঘোষণাত আগ হোৱা পক্ষে ৰণৰ নিয়ম-প্ৰকৰণত কিছুমান বিশেষ সুবিধা ভোগ কৰিবলৈ পোৱাটোও শাস্ত্ৰসম্মত সঁচা।

বাণ।—(অনিচ্ছাৰে সৈতে) বাৰু, তেন্তে দিছোঁ সম্মতি, হওক সেয়ে। কিন্তু, মোৰ ৰণতৃষ্ণাৰ পৰিতৃপ্তি হে নহব হবলা! এই ক্ষুদ্ৰকায় কৃষ্ণকণৰে সৈতে যুঁজি মই কি তৃপ্তি পাম! ভাবিছিলোঁ, অকলেই সমস্ত যাদৱ-বাহিনীক নিপাত কৰি কিঞ্চিৎমান বাসনা পুৰাম; কিন্তু সেয়ে হৈ উঠে এতিয়া! বিধিৰ বিড়ম্বনা!

শ্ৰীকৃষ্ণ।—হেৰা, বলিনন্দন বৰ কথাৰ প্ৰয়োজন নাই। তোমাৰ গুণ, কাৰ্য্যেৰে প্ৰমাণিত কৰিবা; তাতৈ আৰু সৰহপৰ নাই। এই ক্ষীণকায় ক্ষুদ্ৰমানবেৰে ৰণত প্ৰবৃত্ত হোৱাত যদি তোমাৰ ৰণ-তৃষ্ণা নপলায়, তেন্তে অৱশ্যে মহাকায় মানৱ, নাইবা দানৱ, কিম্বা দেৱতা যোদ্ধা লাগতৈ পুনৰপি তপস্যাত বহিবাগৈ। আমাৰ পক্ষৰপৰা কিন্তু এনে অসাৰ বাক্-বিতণ্ডা বিস্তৰ নাপাবা, কাৰণ তাতৈ আমাৰ সময় নাই; মই যাদৱবাহিনীক প্ৰত্যাগত কৰি, অনতিপলমে কুৰুক্ষেত্ৰ মহাৰণ আৰম্ভ কৰাবগৈ লাগে। এতেকে, আৰু কালহৰণ নকৰি মই ৰণাৰম্ভণ ঘোষণা কৰি দিওঁ। (পাঞ্চজন্য শঙ্খ বাদনেৰে ৰণ আৰম্ভ কৰিবলৈ আদেশ দিয়ে)

বাণ।—অহ! কুৰুক্ষেত্ৰ মহাৰণ! নিমিলিল ভাগ্যত মোৰ ভাগ সেই মহাসমৰত! শুনিছোঁ, ভগদত্ত কৌৰৱপক্ষৰপৰা আহূত হৈছে; মই পাণ্ডৱ পক্ষৰপৰা আহ্বান পোৱা হলেও!

শ্ৰীকৃষ্ণ।—জয়-জয়তে অগ্ৰজ হলধৰৰ যোৰা দ্বৈৰথ যোদ্ধাই উপস্থিত ৰণৰ মোৰ ধৰি দিয়ক।

ৰাম।—আহাঁ, সেনাপতি জ্বৰ! লৰোঁ আমি দুয়ে আগে দ্বৈৰথ প্ৰণালীৰে। ধৰা, প্ৰথমতে লৰি চাওঁ গদা আৰু মুষলেৰে।

জ্বৰ।—(আস্ফালন কৰি) সাজু মই। চাপা কাষ। লৰিম যিহেৰে লাগে। তোমাক ৰণমত্ত দেখি কিন্তু মই হাঁহি সামৰিব পৰা নাই! তথাপি, হেৰা হলায়ুধ! আহিছা যেতিয়া সন্মুখীন হৈ, নপঠিয়াওঁ বিমুখ কৰি ঘৰলৈ; পঠিয়াম পোনচাতে যমপুৰী গন্তব্য থানলৈ।

(বলৰাম আৰু জ্বৰ সেনাপতিৰ মাজত গদাযুদ্ধ লাগে; তাৰ পাচত, মুষল-যুদ্ধ আৰম্ভ হয়)

জ্বৰ।—(কৰ্ফালখাই পৰি, তদ্দণ্ডে আকৌ উঠি) উঃ! ধন্য তুমি হলধৰ! ধন্য তোমাৰ বলৰাম নাম! শত্ৰু যদ্যপি, তোমাৰ বাহুবল নশলাগি

নোমাৰোঁ। কিন্তু, আহাঁ যুঁজোঁ। এইবাৰ শৰ-ধনু ধৰি; যোৱাঁ এবে গদা আৰু মুষল তোমাৰ।

ৰাম।—নাভাবিবা অপাৰগ মই ধণুৰ্ব্বাণলৈ ; ( শৰধেনু লৈ ) ধৰাঁ। যুঁজ পুনৰপি, হইছোঁ সক্ষম। ( ধনুৰ্ব্বাণৰ ৰণ চলিবলৈ ধৰে ; জ্বৰ সেনাপতিয়ে ভস্মশৰ নিক্ষেপ কৰি বলৰামক বাগৰাই পেলায় )

জ্বৰ।—( অভিমানত ওফন্দি ) অন্তিম চাপিল তোমাৰ বলদেৱ! যোৱাঁ এবে গন্তব্য স্থানলৈ। যি জ্বৰৰ আংশিক প্ৰকোপ স্বয়ং জৰাসন্ধে সহিব নোৱাৰিছিল, সেই জ্বৰৰ পূৰ্ণ প্ৰকোপ তুমি কেনেকৈ সহিবাঁ।

ৰাম।—( চাটিফুটিকৈ ) হে কৃষ্ণ! হে মোৰ মহাবাহু অনুজ! হে অভয়প্ৰদ! মই পুৰি মৰোঁ! মোৰ অন্তৰ দগ্ধ হব লাগিছে! মই অন্ধকাৰ দেখিছোঁ!

শ্ৰীকৃষ্ণ।—( সবেগে বলৰামৰ কাষ চাপি ) হে বলীৰ বল! হে ধৈৰ্য্যতাৰ আধাৰ! হে আকৰ্ষণৰ সঙ্কৰ্ষণ! মই এই ক্ষণত ৰণ-নীতিৰ তল। দ্বৈৰথ ৰণত তৃতীয়ৰ যোগ অবৈধ। উপস্থিত শঙ্কটত আপোনাক সহায় কৰিবলৈ মই অক্ষম। কিন্তু, কাতৰ নহব; আপোনাৰ বলৰ অন্ত নাই; নিজবলেৰে নিক্ষীপ্ত ভস্মশৰ নিষ্কোসিত কৰি প্ৰত্যক্ষেপ কৰোক। তাৰ পাচত, হে হলধৰ, আপোনাৰ অব্যৰ্থ অস্ত্ৰ হাতত লওক।

ৰাম।—( কৃষ্ণবাণীত যথাসঙ্কেত লাভ কৰি, বাওঁহাতে বক্ষস্থলৰপৰা নিক্ষীপ্ত ভস্মশৰ উভালি উঠি, সোঁহাতে নাঙ্গল তুলি লৈ ) ধন্য জ্বৰ! ধন্য তোমাৰ প্ৰকোপ! ধৰাঁ। যুঁজ, যুঁজো ঘূৰিবাৰ।

জ্বৰ।—( আস্ফালন কৰি ) হলধৰ! নহল চেতন তোমাৰ! নিশ্চয়েই যাবাঁ যদি যমপুৰী, আহাঁ। চাপি, লাগি চোৱাঁ আৰুবাৰ।

( জ্বৰ আৰু হলধৰে পুনৰপি যুদ্ধ কৰে; হলধৰে বাওঁহাতে জ্বৰৰ

গলধনত নাঙ্গলৰ আঁকুহি লগাই লৈ, সোঁ-হাতে মূষলেৰে কোবাই জৰ সেনাপতিক টানি লৈ অন্তৰ্হিত হয়।)

শ্ৰীকৃষ্ণ।—প্ৰদ্যুম্ন ইবাৰ বাঢ়া আগ, যথাবিধি আহ্বানি দ্বৈৰথ।

প্ৰদ্যুম্ন।—কৰিছোঁ আহ্বান। ৰৌদ্ৰবীৰ! সন্মুখীন হোৱাঁ আহি। লোৱাঁ বাছি তীক্ষ্ণ অস্ত্ৰ যি আছে তোমাৰ। ধনুৰ্ব্বাণ যুদ্ধ হওক আমাসাৰ।

ৰৌদ্ৰ।—ললোঁ। এই মহা অস্ত্ৰ মোৰ, মহাৰৌদ্ৰ নাম যাৰ। লৰি চোৱা, কতপৰ পাৰাঁ ঠাৰৰিব। পৰিণাম যমপুৰী জানিবাঁ নিশ্চয়। (দুইৰো মাজত যুদ্ধ; ৰৌদ্ৰ ক্ৰমাত পিচুৱাই পৰে; যুদ্ধ কৰি কৰি দুয়ো অন্তৰ্হিত)

শ্ৰীকৃষ্ণ।—মহাৰথ সাত্যকিৰ যোৱা এইবাৰ। দ্বৈৰথ ৰণৰ নীতি নুভুলিবাঁ কেৰে।

সাত্যকি।—বৃদ্ধমন্ত্ৰী পৰিছে ভাগত সাত্যকিৰ! (কুম্ভাণ্ডৰ প্ৰতি) আহাঁ, হেৰা, নাচাঁ আহি, ক্ষন্তেক যি পাৰা।

কুম্ভাণ্ড।—ভাল নাচোঁ মই; ধৰিবাঁ তোমাৰ তাল। তাল ভঙ্গ হলে কিন্তু, পাবাঁ যমপুৰী থান। (দুইৰো মাজত অসি যুদ্ধ; সাত্যকি ক্ৰমাৎ পিচুৱাই ওলাই গৈ, ততালিকে অপৰ দিশে সোমায়হি।

সাত্যকি।—ধন্য বৃদ্ধবীৰ! শলাগোঁ তোমাৰ অসি চালনা কৌশল। ধন্য তুমি! মন্ত্ৰিত্বৰ সমানে তৱ বীৰত্বৰ প্ৰভাৱ। ধনুৰ্ব্বাণ ধৰাঁ এইবাৰ।

কুম্ভাণ্ড।—হেৰা, বীৰবৰ! ধন্যবাদৰ গোৰাকী মই নহওঁ। মোৰ জাতীয়ত্ব হে তাৰ প্ৰকৃত অধিকাৰী। হেৰা যাদৱবীৰ! জানি লবাঁ, কামৰূপী মই; থিতি মোৰ মহাভৈৰৱত, মন্ত্ৰি মই বলিনন্দনৰ। মোৰ জাতিয়ে নাজানে, এনে বিদ্যা নাই। ছলত-বলত-কৌশলত, ঘৰত-পৰত-ৰণত-বনত সবাতে কামৰূপৰ প্ৰজা কেনে পৈণত তাৰ প্ৰমাণ চোৱাঁ। ধৰাঁ:—

(দুয়ো যুদ্ধ কৰি কৰি সাত্যকিৰ প্ৰবেশ দ্বাৰেদি প্ৰস্থান)

শ্ৰীকৃষ্ণ।—( হাঁহি হাঁহি ) ইবাৰ আমাৰ যোৰা। হেৰা, সহস্ৰভুজ! সক্ষম হোৱাঁ তোমাৰ সহস্ৰ অস্ত্ৰেৰে। প্ৰথমতে, লোৱাঁ মোৰ ধৈৰয ৰণ-সমাদৰ ( বাণৰ হাতত ধৰি মালযুঁজৰ 'চেলামী' দিয়ে )। স্থিৰচিত্তে যুঁজি যাবাঁ; অধৈৰ্য্য নহবাঁ; নুভুলিবাঁ যুদ্ধবিধি। প্ৰথমতে লাগোঁ আহাঁ, মল্লযুদ্ধ আমি।

বাণ।—( হুঙ্কাৰ ছাৰি ) নালাগে বুজাব মোক। বুজোঁ মই যুদ্ধবিধি। শিকি লোৱাঁ লাগে যদি। কতনা ৰণত মই জিনিলোঁ কতনা যোদ্ধা; নীতিজ্ঞান লভিলে কতনা জনে, সীমা-সংখ্যা নাই তাৰ। শিকাওঁ তোমাকো আহাঁ, পাৰিবা শিকিব যতমানে।

শ্ৰীকৃষ্ণ।—বাণৰ সুযোগ্য বাণী। মানিছোঁ প্ৰত্যেক। সজ কথা। ধৰা যুঁজ। শিকিম, কিম্বা শিকাম। অৱশ্য-সম্ভাবী কথা।

( মল্লযুদ্ধ; শ্ৰীকৃষ্ণই বাণক তলত পেলাই লৈ বুকুৰ ওপৰত বহি হাৰ মনাই এৰি দিয়ে )

শ্ৰীকৃষ্ণ।—মল্লত মানিলা হাৰ। লোৱাঁ খুলি তৰোৱাল; অসি-যুদ্ধ শিকাওঁ এইবাৰ।

বাণ।—( স্বগতঃ ) উঃ! অদ্ভুত বল এই ক্ষুদ্ৰকায় মানৱৰ! ( খাপৰপৰা তৰোৱাল উলিয়াই লৈ ) ধৰাঁ, কৃষ্ণ, অসি-যুদ্ধ; হইছোঁ সক্ষম।

( দুইবো মাজত অসি-যুদ্ধ চলে; বাণে ঠাৰৰিব নোৱাৰি এৰাই লৰ মাৰি, আন পাকে আকৌ সোমায়হি )

বাণ।—ধন্য, ধন্য যদুবীৰ! শলাগোঁ তোমাক। বাহু-অসি উভয়তে সম-অধিকাৰ তৱ। ধন্য মই, লাভ মোৰ যোদ্ধা তুমি হেন! তৃপ্ত হব ৰণ-তৃষ্ণা, আংশিক যদ্যপি।

শ্ৰীকৃষ্ণ।—ধনুৰ্ব্বাণ এইবাৰ লোৱাঁ মহাসুৰ! চক্ৰৰ মাহাত্ম্য আৰু দেখুৱাওঁ চোৱাঁ:—

( ধনুৰ্ব্বাণ-যুদ্ধ হয়; এটি-এটিকৈ বাণৰ সহস্ৰ অস্ত্ৰ সুদৰ্শন চক্ৰেৰে কাটি বাসুদেৱে বলিনন্দনক নিৰস্ত্ৰ কৰে। )

বাণ।—অলৌকিক চক্ৰবাণ! প্ৰত্যক্ষ প্ৰমাণ পালোঁ। আজি তাৰ।

শ্ৰীকৃষ্ণ।—হেৰা মহাসুৰ! নিৰস্ত্ৰ যোদ্ধা অবধ্য। গতিকে, ৰণ-নীতি অনুসৰি ইমানতে ক্ষান্ত হব লগাত পৰিলোঁ। এই দ্বৈৰথৰণ এনে-বাৰতে অন্ত নহল। যোৰাঁ, অন্যতম অস্ত্ৰেৰে সুসজ্জিত হৈ আহাঁগৈ। আজি তোমাৰ গচ্ছিত সহস্ৰাস্ত্ৰ অস্ত পৰিছে। আজিহন্তে তোমাৰ সহস্ৰভুজ নামৰো অন্ত পৰিল। আজিৰপৰা তুমি দ্বিভুজৰূপে পৰিগণিত হবাঁ।

বাণ।—ধন্য আজি মই! ধন্য মোৰ বৰ লাভ! মিলিছে বাঞ্ছিত যোদ্ধা ভাগ্যে মোৰ আজি।

( দুইৰো দুফালে প্ৰস্থান )

( নেপথ্যত দুই বাহিনীৰ মাজত চলি থকা ৰণৰ কোঢ়াল )

দানৱবাহিনী।—( নেপথ্যত ) জয় বাণ ৰজাৰ জয়।

যাদৱবাহিনী।—( নেপথ্যত ) জয় শ্ৰীকৃষ্ণৰ জয়।

---

## দ্বিতীয় গৰ্ভাঙ্ক।

—০:(০):০—

দৃশ্য,—উষা-অন্তঃপুৰৰ বাটচৰা।

( দুৱৰী, প্ৰহৰী আৰু চোৰাংচোৱা )

দুৱৰী।—এই উৎপাতথন নো কেনেকৈ লাগিবলৈ পালে কবই নোৱাৰোঁ বুপাই!

প্ৰহৰী।—এৰা, মোৰ কুটুম! বোলে, "খাই কাঁড়শলা ডালত উঠিল, কাঠিচেলেকাৰ মৰণ মিলিল"। কথাটো ৰজিতা খোৱা নাই নে বাৰু?

চোৰাংচোৱা।—নকবি, নকবি আৰু ককাইহঁত! কেনেকৈ নো ভেলেকি-বাণ মাৰি চোৰটো কেতিয়া কোন্ পাকে দি সোমালহি মই তলকিবই নোৱাৰিলোঁ!

প্ৰহৰী।—সইত্, সইত্। ময়ো সদায় সজাগ হৈয়ে আছিলোঁ; তথাপি কেনি নো কিটো হল, গমকে ধৰিব নোৱাৰিলোঁ পাই!

দুৱৰী।—ময়ো গধূলিতে বাট দুবাৰ মাৰি ভালকৈ সঁচাবকাঠী লগাই থৈছিলোঁ। ৰাতিপুৱা মেলি দিওঁতেও সেইভাগেই পাইছিলোঁ। পিচে, কেনি নো সিন্ধি দি চোৰটো সোমালহি কবই নোৱাৰোঁ বুপাই!

প্ৰহৰী।—সেইবোৰ বাৰু হৈছে, যি হব লাগে। সেইটো কোনোবা মায়াপিনীৰ কাম বুলি ৰজাঘৰেও কৈছে। কিন্তু, এই যে ৰগুৱাজাকে কন্যাপুৰত কোঁঠ মাৰি বহিছেহি, ইহঁত সোমালহি কেনি? এটা নহয়, দুটা নহয়, জাক পাতি সোমালহি! কচোন চোৰাং ভাইটি! তোৰ গাতে আছিল নহয় সেইবোৰৰ আলেখ-লেখ চাই থকা বাবটো?

চোৰাং।—কিনো কম, ককাইটিহঁতঐ! চায়ে আছিলোঁ। দেখিছিলোঁও।

দুৱৰী।—পিচে? পিচে, কেনেকৈ নো কি হল?

চোৰাং।—পিচে, আচল কথাটো এই।—ভালেমান নিলগতে মই দেখিছিলোঁ, কলা ডাৱৰ এচটাৰ দৰে উৰি অহা এই জাকটো। তাৰ পাচত, যেতিয়া দেখিলোঁ জাকটোৱে দেখোন আমাৰ নগৰৰ ফাললৈকে ঢাল লৈছে, তেতিয়াই মই লৰি গৈ অগ্নিগড়ৰ জালিগাঁতত জুইৰ বাহটো জ্বলাই দিলোঁ গৈ। গোটেই অগ্নিগড় ভৌ-ভৌকৰে জ্বলিবলৈ ধৰিলে। মই মনিব পৰালৈকে জুইয়ে জিভা মেলি উঠিলে।

প্ৰহৰী।—তাৰ পাচত?

চোৰাং।—তাৰ পাচত, সেই জাকটো আৰু ইফাললৈ চাপিব নোৱাৰা

হল। নোৱাৰি, দখিণলৈ আঁতৰি গৈ নৈত পৰিলগৈ যেন দেখিলোঁ।

দুৱৰী।—পিচে? তাৰ পাচত?

চোৰাং।—আকৌ, তাৰ পাচত, এখনমান তামোল খোৱাৰ পৰত, জাকটো লাহে লাহে আকৌ আকাশলৈ উঠিল। উঠি, কমাই কমাই আকৌ আমাৰ নগৰৰ ফাললৈকে আহিবলৈ ধৰিলে। এইবাৰ কিন্তু বহুত ওপৰে-ওপৰে; মেখত লাগি যোৱা একোটি তিপচী চৰাই যেন দেখা গৈছিল। অগ্নিগড় জ্বলি উঠিল কাৰণে মোৰ ভয় নলগা হল; মই একেঠৰে চাই থাকিলোঁ। তাৰ পাচত, সেই কমোৱা জাক্‌টোৱে চাপি আহি আহি অগ্নিগড়ৰ পোন্ ধৰি ওপৰৰপৰা ধাৰাসাৰে বৰষিবলৈ ধৰিলে। অগ্নিগড়ৰ জুই নুমাই তাৰপৰা ধোঁৱা ছাটি উঠি ওপৰলৈ উধাবলৈ ধৰিলে। গোটেইখন আন্ধাৰ হৈ পৰিল। মই একো নেদেখা হলোঁ! সেই ছেগতে এই উৰণীয়া দলটোৱে অগ্নিগড় পাৰ হৈ নগৰ সোমালেহি।

প্ৰহৰী।—উঃ! অতি অত্‌ভুত্!

চোৰাং।—নকৈছোঁ, বোলোঁ এনে অত্‌ভুত্ কথা পতিয়াবলৈকে টান। মই নিজ-চকুৰে দেখা মানুহটোৱেই পতিয়াবলৈ টান পাইছিলোঁ। তথাপি, আমাৰ বিয়য়াৰ আগত সেইপাকে বিবৰি কলোঁ গৈ।

দুৱৰী।—কিনো কম বুপাই! কথা আটাইবোৰেই অত্‌ভুত! এই চোৰ-সোমোৱা দিন ধৰি আজিলৈকে যি যি হৈছেমানে আটাইবোৰেই বিস্ময় মানিবলগীয়া কথা!

প্ৰহৰী।—উঃ! তথাপি যে ৰজাই নপতিয়ায়! তাতে হে মৰিছোঁ! উলটি আমাৰ গাত হে লাগেহি জগৰ! সঁচা কলেও মৰোঁ, মিছা কলেও মৰোঁ! কেনিও ৰইখা নাই!

চোৰাং।—ৰইখা নাই বুলি মই আগেয়েই ধৰি থৈছোঁ। তইঁতে হৰলা জীয়াই থাকিবলৈ পাবি বুলি ভাবিছ?

দুৱৰী।—ওঁ—হুঁ, নাই, নাই, নাই, জীৱনত আৰু দেখো নাই। গোটেইখন তেজেৰে বোকা হল! তাৰ উপৰি তেজেৰে নৈ বৈ গৈছে! গোটেই মানুহ-দুনুহ তেজেৰে বাউলি! তথাপিতো নেৰে যুপাই!

প্ৰহৰী।—এৰা, আমাৰ কেনিও ৰইথা নাই। ৰজাই এবিলেও ৰণে নেৰে!

চোৰাং।—মকবি আৰু ককাইহঁতত্ৰৈ! যোৱা দুদিনৰ দুখন ৰণত কিমান বগুৰা যে পৰিল তাৰ লেখ নাই। গোটেই তেজেই তেজ! তেজেই তেজ!!

দুৱৰী।--ইমানতে বিস্ময় মানিছইক, আচলখন ৰণ লাগিবলৈ আছেই এথোন। সেইখনেৰে তিনিবাৰে নিবাৰ হলে চাবিচোন এইখন কন্যাপুৰ শুচি তেজপুৰ হয় নে নহয়!

প্ৰহৰী।—চাবলৈ পাম বুলি ভাবিছ হবলা? নিবাৰ হবলৈ নৌ পাওঁতেই নিপাত হমইক!

চোৰাং।—এৰা; তেনেহলে ৰজাৰ ভঁৰিলৈ ভয় কৰি মৰিবৰ সকাম নাই; ৰণে তাৰ আগেয়েই আমাক উদ্ধাৰ কৰিব।

দুৱৰী।—নাই, নাই, ভাবিবৰ সকাম নাই। ৰণলৈহে সাজু হব লাগে। উপজিলে মৰিবই লাগে, তাৰ বাবে ভয় কৰিবৰ সকাম কি?

প্ৰহৰী।—নাই থাক, নাই; নাই বুলিলে সাপতো বিষ নাই। কিন্তু, নমৰোঁমানে গাত লাগি থকা এই নাইটো (নিজৰ নাইটোত আঙুলি দি) দুগুচে নহয়! এতেকতে, নাই বুলিলেই আছে বুলি বুজিবি; দুখ, বুলিলেই সুখ বুলি জানিবি। বুজিছ?

চোৰাং।—বুইছোঁ। ঠিক্ ধৰিছ ককাইটি! গাত নাইটো লাগি থকাৰ দৰে, দুখতো আনন্দটো লাগি আছে। এতেকতে, এতিয়া আমি আনন্দ হে কৰিব লাগে। নহয় বাৰু?

দুৱৰী।—হয়, হয় তেনেই হয়। পিচে, এতিয়া আনন্দ নো কিহেৰে কেনেকৈ কৰা হয়?

প্ৰহৰী ।—কেনেকৈ, নাজান ?—এনেকৈ । ( ছুৰৰীক ঠলামুৰি মাৰি পাক-ঘূৰণি খুৱাই দিয়ে )

ছুৰৰী ।—উঃ ! উঃ ! উঃ ! দুখ পাই গলোঁ !

চোৰাং ।—ঠিক হৈছে, দুখত আনন্দ কৰ এতিয়া !

ছুৰৰী ।—ইঃ ! মাৰ-কিলেৰে হে আনন্দ কৰে নে ? মই বোলোঁ, কোলাত বোকোচাত উঠা-উঠি কৰি ৰং-ধেমালি কৰিম্হঁক । পিচে—

চোৰাং ।—বাৰু, তেন্তে বোকোচাতে উঠোঁ । ( লাফ্ মাৰি ছুৰৰীৰ বোকোচাত উঠে )

ছুৰৰী ।—( কেকো-জেকোকৈ ) দেখিছ বাৰু ! ই অকল মোক হে পায় !

প্ৰহৰী ।—(লাফ মাৰি বোকোচাৰ ওপৰত বোকোচা উঠি) মই বাৰু দুইকো পাওঁ । (তিনিওটা বাগৰি পৰি বাগৰা-বাগৰি কৰে )

ছুৰৰী ।—(কোনমতে প্ৰকাৰে এৰাই ওলাই উঠি) মৰ্ তহঁত ডবৰাডবৰিকৈ। নকৰোঁ মই এনেখন আনন্দ ! (ফোঁ—ফোঁ কৰে বেগেৰে গুচি যায় )

প্ৰহৰী ।—হেৰ' ভাইটি ! নাযাবি, ৰবি, নৌ হয়, আৰু আছে । ( পিচে পিচে খেদি যায় )

চোৰাং ।—হেৰও, ককাইটিহঁত ! ৰবি, ৰবিহঁক, তিনি নহলে আনন্দৰ চকুটো নবহে ; ময়ো গৈছোঁ । ৰবি, ৰবি (সবেগে প্ৰস্থান)

—•:(o):•—

## তৃতীয় গৰ্ভাঙ্ক।

—:০:—

দৃশ্য,—কন্যাপুৰ, বন্দীশাল।

( বন্দী অনিৰুদ্ধ কুমাৰ আৰু উষাদেবী )

উষা।—( বন্দীশালৰ দুৱাৰমুখৰপৰা ) হাঁয়! হাঁয়! প্ৰাণধন মোৰ! এনুৱা দুৰ্গতি তোমাৰ মোৰেই কাৰণে। কাল হলোঁ হাঁয়, অভাগিনী মই! কি মোৰ কপাল!

অনিৰুদ্ধ।—(হঠাৎ উষাদেবীক দেখি) ইকি! প্ৰিয়া মোৰ?—প্ৰাণেশ্বৰি!

উষা।—( প্ৰাণকাতৰে ) প্ৰাণেশ্বৰ!

অনিৰুদ্ধ।—কিয় তুমি অকলে ইয়াত? কিয় কৰাঁ মোৰ হন্তে খেদ? কিয় বা কাৰণ হবাঁ অপৰৰ কাৰ্য্যহেতু তুমি? কিয় বোলাঁ এনুৱা দুৰ্গতি? কি বুলি ভাবিছাঁ তুমি? নোহে ই দুৰ্গতি; ভাবোঁ সদগতি বুলি। অন্তঃপুৰৰপৰা নেদেখাঁ যে বাহিৰৰ বিকট ব্যৱস্থা।

উষা।—নালাগে মোক যুক্তিতৰ্ক প্ৰাণেশ্বৰ! মযে যদি সখী চিত্ৰলেখাক দ্বাৰাৱতীলৈ পঠিয়াই ননালেঁহেঁতেন আপোনাক ইয়ালৈ, তেনেহলে আপোনাৰ এনুৱা বিলাই হবলৈ কেনেকৈ পায়?

অনিৰুদ্ধ।—কিনো কোৱাঁ, প্ৰিয়া হেৰা, কি বিলাই দেখিছাঁ মোৰ? পুৰুষ মই। তাতে ক্ষত্ৰিয় সন্তান। এনেকুৱা দশা-ব্যৱস্থা আমাৰ চৰিত্ৰত সততে লগা আছেই।—এই সুখ, এই দুখ; এই যোগ, এই বিয়োগ! এইবোৰ সংসাৰৰ ছঁয়াময়া লীলাখেলা মাথোন! এয়ে আছে বুলিয়েই হে সংসাৰত মানুহ মুগ্ধ; নতু, একাকাৰ সংসাৰ-মৰুত মানৱনিবাস নিতান্ত নীৰস আৰু অসহ্য হলহেঁতেন। নকৰিবাঁ, মোৰ প্ৰেমৰ পুতলি! ই এটা ছেদ মাথোঁ, বিচ্ছেদ নহয়। হত শ নহবাঁ; অনতিপলমে মিলিম পুনু দুয়ে।

উষা।—কিনো কম, হে নাথ, বুজনি নামানে প্ৰাণে! তথাপিতো অন্তৰত এচেৰেঙা আশাৰ পোহৰ পৰিছে দেখোন। নগৰত যাদৱী আৰু দানৱী পক্ষৰ মাজত ভয়ানক ৰণ লাগিছে। ৰণত অগণন নৰ পৰিছে। নৰ-ৰক্তেৰে নগৰ প্লাবিত হৈছে। নৰশোণিতেৰে নৈ বৈ গৈছে!

অনিৰুদ্ধ।—পিচে? তোমাৰ অন্তৰত আশাৰ পোহৰ বিৰিঙিল কেনেকৈ, বা কি বাবে?

উষা।—প্ৰাণনাথ! লক্ষ্য কৰি আহি আছোঁ, অদ্যাপি আমাৰ পক্ষৰেই জয়।

অনিৰুদ্ধ।—কোন্ পক্ষৰ? যাদৱ নে দানৱ পক্ষৰ?

উষা।—(আঁচলেৰে চকু-মুখ ঢাকি উচুপি উচুপি) হাঁ মোৰ কপাল! আজিও মোৰ পক্ষ কোন্ সুবুজিলে প্ৰাণেশ্বৰে! দানৱ জীয়াৰী মই। জীয়াৰী হিচাপে দানৱ পক্ষই মোৰ পক্ষ। কিন্তু, হে নাথ! আজি তো আৰু মই দানৱ জীয়াৰী নহওঁ; আজি যে মই যাদৱী বোৱাৰী। নহওঁ নে?—কওক। আগেয়ে এই প্ৰশ্নৰ উত্তৰ দিয়ক। কি যে নিদাৰুণ প্ৰশ্ন হাঁয়! —নমৰি জীয়াই আছোঁ মই!

অনিৰুদ্ধ।—(প্ৰকৃতিস্থ হৈ) ক্ষমা কৰা প্ৰাণেশ্বৰি! তৰ্কিব নোৱাৰি কিযে নিদাৰুণ অপৰাধ লগালোঁ! অহঃ, সেইবাবে মোৰ প্ৰাণত অসহ্য অনু-তাপ উতলিছে। ক্ষমা বিনে শান্তি নাই প্ৰিয়া! ক্ষমা কৰা।

উষা।—(লাজত তলমূৰ কৰি) হে নাথ! কোনে কৰে ক্ষমা কাক? হে প্ৰভো! এই দাসীয়ে যে সমস্তকে সঁপিলোঁ এই শ্ৰীচৰণত। এতেকে, এতিয়া নিজকে নিজে ক্ষমিলে হে হ'ব। ক্ষমা কৰিবলৈ মোৰ ক্ষমতা নাই!

অনিৰুদ্ধ।—(আপোনা-আপুনি) কিযে কথাৰ বান্ধ মোৰ সাদৰী প্ৰিয়াৰ! (ফুটাই) কিস্তিমাত! প্ৰিয়া হেৰা, কি দিম উত্তৰ?

এটি গঞা।—(বিতত হৈ লৰি) তেজ! তেজ! তেজ! তেজ! (প্ৰস্থান)

অনিৰুদ্ধ।—কি কৈ যায়, সৌ গঞাজনে?

উষা।—নাথ। ৰণৰ কথাকে কৈ গৈছে সি। ৰণত অসংখ্য নৰৰ অজস্ৰ ৰক্তপাত দেখি সি বিস্ময় মানি আতুৰ হৈ লৰি পলাইছে দেহি!

অনিৰুদ্ধ।—অহ! নাপালোঁ। মই যোগ দিবলৈ এনেখন ৰণত! ভাগ্যহীন মই! নাপালোঁ। তেজেৰে ৰাঙলি হবলৈ মই!

উষা।—আক্ষেপৰ কাৰণ নাই নাথ! আপুনিয়েইচোন এই ৰণৰ মূল যোদ্ধা।

অনিৰুদ্ধ।—সঁচা প্ৰিয়া! তথাপি নপলালে তৃষ্ণা মোৰ। বাৰু, প্ৰাণেশ্বৰি! পাৰা নে কব. কোন্ কোন্ যাদব যোদ্ধাই যোগ দিছেহি এই ৰণত?

উষা।—প্ৰাণেশ্বৰ! দেখা নাই, শুনিছোঁ; মোৰ ককা-শহুৰযুগল ৰাম-কৃষ্ণ, শহুৰ-দেৱতা প্ৰদ্যুম্ন কোঁৱৰ, আমাৰ ঘাই সেনাপতি সাত্যকি, আমাৰেই যাদববাহিনীৰ গুৰি ধৰোঁতা অনাধৃষ্টি আৰু আমাৰ আগৰণুৱা সুপৰ্ণ মহাবীৰ এই সকল প্ৰমুখ্যে ভালেমান যাদৱ যোদ্ধাই এই মহাৰণ ভাগে ভাগে চলাইছেহি। তাৰোপৰি, আমাৰ মাতামহীৰ পিতৃদেৱতা ভীষ্মক ৰজাদেৱৰ ৰাজ্য কুণ্ডিল নগৰৰপৰাও আহি ভালেমান বাছকবনীয়া যোদ্ধাই আমাৰ ফলীয়া হৈ এই বিচক্ষণীয়া ৰণত প্ৰাণটাঁকি যোগ দিছেহি।

অন্যতম গঞা।—(উধাতু খাই লৰি) উঃ! উঃ! উঃ! তেজ! তেজ! তেজ! তেজ! তেজেৰে নৈ বৈ গৈছে! তেজেই ডোঙা বান্ধি বিল হৈছে! (মূৰে-কপালে হাত দি) হৰি! হৰি! হৰি!

(সবেগে প্ৰস্থান)

অনিৰুদ্ধ।—উঃ! অত ৰক্তপাত! মই কি জানি বিনাৰক্তপাতে ৰণজয় লাভ কৰিলোঁ হেঁতেন।

উষা।—নহব নো কিয় নাথ! এঠাইত তো নহয়, ঠায়ে-ঠায়ে ভাগ-ভাগ হৈ নেতাবৰ্গে ৰণ চলাইছে। তদুপৰি, কেইবা ঠাইতো যাদৱ আৰু দানৱ বাহিনীয়ে জুম্-জুম্ কৈ যুদ্ধ কৰিছে! গোটেই চহৰ তেজেৰে বোকা হৈ পৰিছে। দেখি-শুনি হিয়া বিদৰি গৈছে, নাথ!

অনিৰুদ্ধ।—আমাৰ কৰিবৰ কি শক্তি আছে প্ৰিয়া! সকলো ইচ্ছাময়ৰ ইচ্ছা! আমি দুয়ো হলোঁ তাৰ নিমিত্তকাৰণ।

( ছুৰবীৰ প্ৰৱেশ )

ছুৰবী।—(উষাদেৱীৰ প্ৰতি কাওবাওকৈ ) আইদেউ! আইদেউ! ৰইখা কৰক! পালেহি, পালেহি সোৰা বিয়য়া দোতা। হৈছে আৰু আইদেউ, ইমানতে আঁতৰ হওক। মই বন্দীক ৰইখা কৰক।

উষা।—বাৰু, ভয় নাই তোৰ। মই আছোঁ। নোৱাৰে কেৱেঁ একো কৰিব তোক মোৰ আগত।

ছুৰবী।—[ভৰিত দীঘল দি পৰি ] নহয়, আইদেউ! ৰইখা কৰক বন্দীক, আঁতৰ হওক। নহলে, মৰিলোঁ নিগমে মই আজি!

অনিৰুদ্ধ।—প্ৰিয়া! সি ঠিক কৈছে। এই বিষয়ত ৰজাৰ আদেশত বাহে বিষয়াই আন কাকো নামানে।

উষা।—( ছুৰবীক আশ্বাস দি ) তথাপি, মই আছোঁমানে তই ভয় নকৰিবি; বিতত্‌ নহবি।

ছুৰবী।—( অস্থিৰ হৈ ) নহয়, আইদেউ! সেই কথাই গা নৰয়। পালেহি, গা পালেহি! মৰিলোঁ, মৰিলোঁ, নিগমে ডুবিলোঁ মই!

উষা।—(কুমাৰৰ প্ৰতি সতৃষ্ণ চকুৰে চাই ) বাৰু, আহোঁ হে এতিয়া নাথ! আহিমগৈ আকৌ।

( উষাদেবীৰ প্ৰস্থান)

ছুৰবী।—ৰইখা পৰিলোঁ বুপাই! উঃ, উঃ, উঃ! থিতাতে মৰিছিলোঁ আজি! একে ঘাপে তিনটুকুৰা কৰিলেহেঁতেন আজি মোক!

( বেগেৰে প্ৰস্থান)

——:——

## চতুৰ্থ গৰ্ভাঙ্ক।

দৃশ্য—কন্যাপুৰ, হৰিহৰ-ৰণক্ষেত্ৰ।

( হৰিৰূপী শ্ৰীকৃষ্ণ আৰু হৰৰূপী বাণ ৰজা )

বাণ।—[ ৰুদ্ৰৰূপী হৰৰ বেশেৰে ] ধন্য মোৰ তপস্যা! ধন্য মোৰ বৰলাভ! তাৰ ফলস্বৰূপ মোৰ সংকল্প ক্ৰমাৎ কাৰ্য্যত ফলিয়াই আহিছে; মোৰ বহুকালৰ বাঞ্ছিত ৰণ লাভ হৈছে। এই ৰণত সম্মুখীন হবলৈ আজি মোৰ এই হৰৰূপ ধাৰণ। হৰৰূপী মই আজি মুহূৰ্ত্ততে ত্ৰিভুবন জিনিব পাৰো, সামান্য মানৱ দ্বাৰকানিবাসী কৃষ্ণ কোন্ কুটা! স্বয়ং শ্ৰীহৰিৰ লগত লৰিব পৰাকৈ হৰশক্তি লাভ মোৰ আজি। আজি মই এই ত্ৰিশূল আৰু এই বজ্ৰধ্বজৰ দ্বাৰাই ব্ৰহ্মাৰ সৃষ্টি সমূলঞ্চে সংহাৰ কৰিম; বাৰু, দেখোঁ, সৃষ্টিপালক বিষ্ণুৱে ৰাখে কি সাধ্যে।

( হৰি সদৃশ শ্ৰীকৃষ্ণৰ প্ৰৱেশ )

শ্ৰীকৃষ্ণ।—( হাঁহি হাঁহি বাণ ৰজাক নিৰীক্ষণ কৰি ) এ, হে! সাক্ষাৎ ৰুদ্ৰৰূপী হৰ! কিবা অৰ্থে ই বেশ তোমাৰ?—সৃষ্টিনাশ হেতু? নিদিওঁ নাশিব সৃষ্টি। সৃষ্টিৰ চাঁহী এটিকো নাশিবলৈ ছেগ এৰি নিদিওঁ।

বাণ।—( হুঙ্কাৰ ছাৰি ) ওঁ হুঁ! নিদিবাঁ এৰি ছেগ? দিবাঁ ৰণ হৰ স'তে? ভ্ৰান্ত তুমি আজি!

শ্ৰীকৃষ্ণ।—( হাঁহিমুখে ) বাণ! ভ্ৰান্ত তুমি, নহোঁ মই। হৰৰূপ ধাৰণ কৰিলেই যে হৰ হব পাৰি এই ভ্ৰান্তিত, হেৰা মহাসুৰ, তুমি মহাভ্ৰান্ত!

বাণ।—( প্ৰজ্বলিত হৈ ) নাজানা নে, কৃষ্ণ, তুমি মোৰ তপস্যাৰ ফল? তপস্যাৰ ফলত মোৰ অজেয় বল লাভ বুলি? সেই বলৰ অদ্ভুত শক্তিৰে ত্ৰিভুবন জয় কৰিবলৈ মই শক্তিবান বুলি নাজানা নে? আৰু, তুমি নাজানা, আসন্ন সময়ত মই ৰুদ্ৰৰূপে যাকে য'তে পাওঁ সংহৰিব পাৰোঁ বুলি?

শ্ৰীকৃষ্ণ।—( ইতিকিং কৰি ) বাৰু, মোকে পাইছাঁ ইয়াতে, সংহাৰা মোকে আগেয়ে ; পাচেও নাশিবাঁ ব্ৰহ্মাৰ সৃষ্টি !

বাণ।—( ক্ৰোধান্ধ হৈ ) কি ব্যঙ্গ কৰা ক্ষুদ্ৰকায় কৃষ্ণ তুমি মোক? নিক্ষেপিলোঁ এই বজ্ৰাস্ত্ৰ মোৰ, সহা বাৰু চাওঁ,—( বজ্ৰাস্ত্ৰ নিক্ষেপ ; কৃষ্ণচক্ৰৰ দ্বাৰাই খণ্ড-বিখণ্ড হৈ পৰে )

শ্ৰীকৃষ্ণ।—( স্থিৰ-গম্ভীৰস্বৰে ) ইবাৰ আমাৰ পাল। চম্ভালিবা বাণাসুৰ,—( কৃষ্ণদেৱে সুদৰ্শন চক্ৰ নিক্ষেপ কৰে ; বাণ মাটিত পৰি মূৰ্চ্ছা যায় )

( ৰাম, প্ৰদ্যুম্ন আৰু সাত্যকিৰ প্ৰৱেশ )

ৰাম।—( নাঙ্গলৰ আঁকুহি লগাই মূৰ্চ্ছিত বাণক লুটিয়াই ধৰি ) অন্ত ইমানতে ?

প্ৰদ্যুম্ন।—এয়ে তেওঁৰ অজেয় বৰলাভৰ ফল !

সাত্যকি।—অহহঃ ! হৰিৰ হাতত হৰৰ পতন !

শ্ৰীকৃষ্ণ।—পৰা নাই অন্ত। আছে আৰু। উঠা বাণ। লোৱা তোমাৰ বাছনি বাণ এটি-এটিকৈ। তোমাৰ ৰণতৃষ্ণা পৰিতৃপ্ত নহয়মানে উঠি উঠি লাগি থকাঁ ; তাৰ নিমিত্তে মই ছেগ দি থাকিম। উঠা, উঠা বাণ! লোৱা অন্য বাণ।

বাণ।—( বাঘৰত গুজৰি উঠি ) নাভাবিবাঁ, কৃষ্ণ, তুমি সহস্ৰ অস্ত্ৰ মোৰ নিঃশেষ হল বুলি। দেখিছাঁ এই ( ত্ৰিশূল দেখুৱায় ) মহাস্ত্ৰ অদ্যাপি বিদ্যমান। হৰদত্ত এই কালান্তক অস্ত্ৰ ব্যৰ্থ কৰে, সাধ্য কাৰ জগতত?

শ্ৰীকৃষ্ণ।—হেৰা, বাণাসুৰ। তুমি মোহৰশত অনৰ্থক গৰ্জ্জন কৰিছাঁ! সুৰে কদাপি বৃথা গৰ্জ্জন নকৰে ; অসুৰৰ হে তৰ্জ্জন-গৰ্জ্জনেই সাৰ। আহাঁ, পুনৰপি মোৰ সমুখীন হৈ তোমাৰ আত্মদম্ভৰ প্ৰমাণ লোৱাঁহি। হেৰা, দিতিনন্দন! তুমি বিস্তৰ অসম্বদ্ধবাক্য প্ৰয়োগ কৰিছাঁ। যদি বাক্য ব্যয় কৰিয়েই যুদ্ধত জয় লাভ কৰিব পাৰি, তেন্তে অস্ত্ৰ ক্ষয় কৰাৰ প্ৰয়োজন নাই, আৰু তেনেহলে তোমাৰেই জয় নিশ্চয়। কিন্তু, সন্মুখ-সংগ্ৰামত

সেই কথা নৰজে। লোৱাঁ, অস্ত্র লোৱাঁ; হয় মোক জয় কৰাঁহি, নহয় বসুধাতলত চিৰকাললৈ অবাঙ্মুখে শয়ন কৰাঁহি।

( বাণ-কৃষ্ণ যুদ্ধাৰ্থে উদ্যত; দেৱৰ্ষি নাৰদৰ প্ৰৱেশ )

নাৰদ।—( শ্ৰীকৃষ্ণৰ প্ৰতি কৰযোৰকৈ ) হে শ্ৰীকৃষ্ণৰূপী শ্ৰীহৰি! হে সৃষ্টিপালক শ্ৰীবিষ্ণো! ৰোষ সম্বৰণ কৰোক। সৃষ্টিৰ কল্যাণাৰ্থে সাম্যৰূপ ধাৰণ কৰোক। ( বাণৰ প্ৰতি ) হে বাণৰূপী হৰ-মহেশ্বৰ! হে সংহাৰশক্তি ৰুদ্ৰ শঙ্কৰ! শান্ত হওক। ক্ষান্ত হওক। উভয়তঃ আত্মমায়া উপলব্ধি কৰোক। দিব্যৰূপ ধৰি দিব্যজ্ঞানেৰে দুইকো দুয়ে বুজি চাওক। হে অভেদাত্মা ঈশ-বিশ্বযুগল! নিজগুণে প্ৰকৃতিস্থ হৈ গমি চাওক, বিষ্ণু শিৱৰূপ আৰু শিৱ বিষ্ণুৰূপ; দুইৰো কোনো প্ৰভেদ নাই, দুয়ো মঙ্গলময়।

শ্ৰীকৃষ্ণ।—হে দেৱৰ্ষি! আপুনি যি ভাৱেই ব্যাখ্যা নকৰক, সৃষ্টিস্থিতিয়েই মোৰো লক্ষ্য।

বাণ।—সৃষ্টিবৈৰী নহওঁ যদিও, সাময়িক সংহাৰ কৰ্ম্ম মোৰ পিতৃধৰ্ম্ম; তাৰ অন্যথায় মোৰ অধৰ্ম্মাচৰণ।

নাৰদ।—হে ঈশ-বিশ্বযুগল! অৱধান কৰোক। যি আদি-মধ্য-অন্ত্যবিহীন, যি অক্ষয় আৰু অব্যয়, সেই হৰিহৰাত্মক ৰূপ আজি আপোনাসকলত বিৰাজমান। সৃষ্টি, স্থিতি, লয় এই তিনি ৰূপৰ শেষোক্ত দুয়েই হৰি আৰু হৰ। ব্ৰহ্মাৰ সৃষ্টি, বিষ্ণুৰ পালন আৰু শঙ্কৰৰ সংহৰণ ধৰ্ম্ম। সেই বিষ্ণুৱেই হৰি, আৰু শঙ্কৰেই হৰ। ব্ৰহ্মা, বিষ্ণু, শঙ্কৰ মূলত তিনিও এক শক্তি। উপস্থিত ক্ষেত্ৰত সৃষ্টিকৰ্ত্তা ব্ৰহ্মাক পৃথকাই ধৰিলেও, বিষ্ণু শঙ্কৰৰপৰা আৰু শঙ্কৰ বিষ্ণুৰপৰা পৃথক্ নহয়। সেই হেতুকেই পূৰ্ব্বে ৰুদ্ৰ আৰু উপেন্দ্ৰ এসময়ত একত্বপ্ৰাপ্ত হৈছিল। এতেকে, মিলিতদেহ কৃষ্ণ আৰু ৰুদ্ৰক নমস্কাৰ; হৰি আৰু হৰক নমস্কাৰ; ত্ৰিনেত্ৰক নমস্কাৰ,

ত্ৰিনেত্ৰক নমস্কাৰ! প্ৰাৰ্থনা কৰোঁ, যেন ইমানতে তুয়ে ক্ষান্ত হৈ তুইবো আত্মলীলা অক্ষুন্ন ৰাখে।

শ্ৰীকৃষ্ণ।—মাষ্ঠি মই দেৱৰ্ষি!

বাণ।—তৃপ্ত হল ৰণতৃষ্ণা মোৰ। বাঞ্ছোঁ মেয়ো শান্তিৰক্ষা।

নাৰদ।—হে মহাসুৰ বাণ! আপুনি সহস্ৰভুজ গুচি দ্বিভুজ হোৱা বাবেও আচৰিত নহব। পূৰ্ব্বেও সহস্ৰবাহু কাৰ্ত্তবীৰ্য্য এক মহাসমৰত শ্ৰীৰাম-চন্দ্ৰৰ দ্বাৰাই দ্বিবাহু হৈছিল। (শ্ৰীকৃষ্ণৰ প্ৰতি) হে প্ৰভো! এতিয়া হৰিহৰ সন্মিলনৰ যুগ্মৰূপ দৰ্শন কৰি পৰিতৃপ্ত হবলৈ বাঞ্ছা কৰোঁ।

(শ্ৰীকৃষ্ণ আৰু বাণ ৰজা পৰস্পৰৰ আলিঙ্গন)

শ্ৰীকৃষ্ণ।—এতিয়া বন্দীশাললৈ যোৱা হওক। এই বেলাতে কুমাৰক মুক্ত কৰি আনোগৈ। ইতিমধ্যত যথাবিধি সন্ধিস্থাপন ঘোষণা কৰা হওক।

(সকলোৰে প্ৰস্থান)

—:০:—

## পঞ্চম গৰ্ব্ভাঙ্ক।

—:০:—

দৃশ্য,—কন্যাপুৰ, উষা-টোল, কন্যাসম্প্ৰদান যজ্ঞ।

(বলৰাম, প্ৰদ্যুম্ন, সাত্যকি, সুপৰ্ণ, অনাধৃষ্টি প্ৰমুখ্যে যাদৱবৰ্গ এফালৰপৰা, আৰু কুম্ভাণ্ড, জ্বৰ, ৰৌদ্ৰ প্ৰমুখ্যে দানৱবৰ্গ আনফালৰপৰা প্ৰৱেশ কৰি দুয়োদল সানমিহলি হয়হি; তৎপূৰ্ব্বৰেপৰা পুৰোহিতে কন্যা-সম্প্ৰদান যজ্ঞৰ কাৰ্য্যত তৎপৰ থাকে।)

কুম্ভাণ্ড।—অহ, কিনো শুভদিন আজি আমাসাৰ! হৰিহৰ সন্মিলন! শৈৱ-বৈষ্ণৱ একাকাৰ সম্বন্ধিত হয় আজি যাদৱ-দানৱ! দানৱীকুমাৰী হয় আজি বিবাহিতা যাদৱ কুমাৰ স'তে!

সুপৰ্ণ ।— ইচ্ছাময়ৰ ইচ্ছা ! ঈশ্বৰৰ অভিপ্ৰেত কাৰ্য্য ঈশ্বৰেই কৰাইছে।

অৰ ।—স্বৰূপ কৈছে আপুনি। কুমাৰ-হৰণ আৰু উষা-হৰণ তাৰ নিমিত্তকাৰণ মাথোন।

ৰৌদ্ৰ ।—সঁচা। হৰিহৰ ৰণে আজি অতিপূবৰপৰা অতিপছিমলৈকে ভাৰতক একাকাৰ কৰিলে।

সাত্যকি ।—আৰু সঁচা, ইয়াৰ পাচত, আগন্তুক ৰণক্ষেত্ৰ-মহাৰণৰ দ্বাৰাই ভগবান শ্ৰীকৃষ্ণদেৱে অতিউত্তৰৰপৰা অতিদক্ষিণলৈকে ভাৰতত অনতি-পলমে একছত্ৰাধীন ধৰ্ম্মৰাজ্য স্থাপন কৰি একত্বৰ চৰম চিন্ দেখুৱাব।

( উষা দেবীক কন্যাসাজেৰে সুসজ্জিত কৰি লৈ, বিয়া-নাম গাই গাই, প্ৰজ্ঞা-চিত্ৰলেখা প্ৰমুখ্যে সখীসৱে শোভাযাত্ৰাৰে প্ৰৱেশ কৰে ; পৰবৰ্ত্তী ভাৱৰীয়াবৰ্গ আহি প্ৰবেশ নকৰালৈকে একেৰাহে বিয়ানাম গাই থাকে )

### বিয়ানাম ।

এ, বাণৰে জীয়াৰী আই এ,
এ, স্বামী বৰিবলৈ যায় এ,
এ, গন্ধপুষ্পৰ মালা লৈ এ,
এ, স্বামীকে বৰিব গৈ এ ॥

ত্ৰৈলোক্য মোহিনী, গজেন্দ্ৰগামিনী,
বাণ ৰজাৰে বালা ( এ )।
সমাজত গই, মেৰুত উদয়,
যেন চন্দ্ৰমাৰে কলা ( এ ) ॥
স্বৰ্গৰেপৰা কিবা, আহিলে উৰ্ব্বাণী,
কিবা অপেস্বৰী হেমা ( এ )।
ইন্দ্ৰৰে ইন্দ্ৰানী, চন্দ্ৰৰে ৰোহিনী,
কিবা ৰতি তিলোত্তমা ( এ ) ॥

বাণৰে জীয়াৰী, সৰ্ব্বাঙ্গ সুন্দৰী,
বহিব কেণ কৰা পাৰি ( এ )।
একাষতে বহি, অনিৰুদ্ধ কুমাৰে
ৰব ধনুশৰ ধৰি ( এ ) ॥
সৰ্ব্ব অলঙ্কাৰে সৰ্ব্বাঙ্গ জ্বলিছে,
নেপুৰে ধৰিছে তুলি ( এ )।
অনিৰুদ্ধ কোৱঁৰে ধনুশৰ ধৰিছে,
কোনোবাই হৰিব বুলি ( এ ) ॥
ওৰে গছতে মোৰে বাহে ললে,
আমি পাৰি দিম খাবাঁ ( এ )।
সৰ্ব্বতিকাললৈ কুমাৰী তোমাৰে,
কুমাৰ, লৈ ঘৰলৈ যাবাঁ ( এ ) ॥

( শ্ৰীকৃষ্ণ, বাণ ৰজা, অনিৰুদ্ধ আৰু নাৰদৰ প্ৰৱেশ )

নাৰদ।—হে সাধ্বী সতী উষাদেবি ! তুমি যিভাৱে সখীপৰিবৃতা হৈ আছিলা ( সোঁপাশে প্ৰজ্ঞা, বাওঁে চিত্ৰলেখা, পিচত সখীয়াসকল ) সেইভাৱেই মূল শাৰীত থিত্ ·লোৱাঁ। হে যাদৱবৰ্গ! আপোনালোকে মূলশাৰীৰপৰা সোঁৱে ওলমি শাৰী পাতক। হে দানৱগণ ! আপোনাসৱে মূলশাৰীৰপৰা বাওঁে যাদৱবৰ্গৰ সমুখীন হৈ লানী পাতি ৰওক।

( নাৰদৰ দিহামতে সকলোটিয়ে থিত্ লয় )

নাৰদ।—হে সমবেত নৰ-নাৰীমণ্ডলি ! আপোনাসকল সবাৰৰে বিদিতাৰ্থে মই পুনৰপি জ্ঞাপন কৰোঁ।—কুমাৰী উষাদেবী কুমাৰ অনিৰুদ্ধৰে সৈতে ইতিপূৰ্ব্বতে গান্ধৰ্ব্ব প্ৰথানুযায়ী দাম্পত্য সূত্ৰেৰে সংলগ্ন হৈ ৰৈছে; এতিয়া মাথোন সিবিলাকৰ বীৰ্য্যাক্ষ বিবাহ সম্পাদিত হব। সেই অৰ্থে, মই সম্প্ৰদান ক্ৰিয়া বিধিৱতকৈ আৰম্ভ কৰি দিওঁ। আনুষঙ্গিক উৎসৱ

ক্ৰিয়াদি যথাস্থানত আপোনাসৱে মনোমতকৈ সম্পাদন কৰিব লৈগে। এতিয়া, আহক, দানৱৰাজ বাণাসুৰ, আপুনি কন্যাদাতা হৈ কুমাৰী উষাদেবীক কুমাৰ অনিৰুদ্ধৰ কৰত অৰ্পণ কৰোকহি। (যথাবিধি মন্ত্ৰোচ্চাৰণ কৰে)

বাণ।—(নাৰদৰ প্ৰতি) হে দেৱৰ্ষি! আপোনাৰ দৈবিক বিধান শিৰোধাৰ্য্য। (বাওঁহাতেৰে উষাদেবীৰ সোঁহাতত ধৰি ধীৰে ধীৰে গৈ নাৰদৰ কাষত থিয় দিয়ে)

নাৰদ।—(বাওঁহাতেৰে কুমাৰ অনিৰুদ্ধৰ সোঁহাতত ধৰি ধীৰে ধীৰে আগবঢ়াই আনি) কন্দৰ্পতনু কুমাৰ অনিৰুদ্ধ! তোমাক ৰতিকায়া কুমাৰী উষাদেবীক দানৱৰাজ মহাসুৰ বাণ ৰজাই সম্প্ৰদান কৰিছে; তুমি সাদৰে গ্ৰহণ কৰাঁ।

অনিৰুদ্ধ।—হে মুনিৰাজ! আপোনাৰ অনুজ্ঞা শিৰোধাৰ্য্য। মই দানৱৰাজৰ কন্যাদান গ্ৰহণ কৰিবলৈ সৰ্ব্বান্তঃকৰণে সক্ষম হৈছোঁ।

(নাৰদে পাতি ধৰা অনিৰুদ্ধৰ সোঁহাতৰ ওপৰত বাণ ৰজাই উষাদেবীৰ সোঁহাত স্থাপন কৰি ধৰে; নাৰদ মুনিয়ে সম্প্ৰদানৰ মন্ত্ৰোচ্চাৰণ কৰে; আৰু গোপিনীসকলে উৰুলি দিয়ে।)

নাৰদ।—(অনিৰুদ্ধৰ প্ৰতি) হে কুমাৰ! বোলাঁ, স্বস্তি বোলাঁ।

অনিৰুদ্ধ।—(অতি শুদ্ধচিত্তেৰে) স্বস্তি! (উৰুলি)

নাৰদ।—(উষাদেবীৰ প্ৰতি) হে কুমাৰি! তুমি স্বামীগুৰুক যথাসংকাৰে হৃদয় উৎসৰ্গ কৰা।

উষা।—(অনিৰুদ্ধ কুমাৰক সেৱা কৰে)। (উৰুলি)

নাৰদ।—(অনিৰুদ্ধৰ প্ৰতি) হে কুমাৰ! এইবেলা তোমাৰ শহুৰদেৱাক সভক্তি প্ৰণিপাত কৰাঁ। (অনিৰুদ্ধই বাণ ৰজাক প্ৰণিপাত কৰে)।

বাণ।—(অনিৰুদ্ধক দাঙ্গি ধৰি আলিঙ্গন কৰি) বাছা মোৰ! নাজানি বিস্তৰ কষ্ট দিলোঁ। সকলো পাহৰি পেলাবাঁ যেন। আশীৰ্ব্বাদ কৰোঁ, তোমালোক স্ত্ৰী-জোৱাঁই দুয়ে দীৰ্ঘজীৱন লাভ কৰি সুখৰ সংসাৰ যাপন কৰিবাঁ।

নাৰদ।—মোৰ কৰ্ত্তব্য সম্প্ৰতি ইমানতে অন্ত পৰিছে। এতিয়া গোপিনী-সকলৰ কৰ্ত্তব্য সম্পাদন কৰোক।

( প্ৰজ্ঞা আৰু চিত্ৰলেখা সখীদ্বয়ে দুপাশে ধৰি ধৰি উষাদেৱীৰ হতুৱাই যাদৱ গুৰুবৰ্গক এজন-এজনকৈ সেৱা কৰায় )

প্ৰজ্ঞা।—( বলৰামক সেৱা কৰোৱাই ) সখি! এওঁ তোমাৰ পিতামহ শহুৰ দেৱতাৰ অগ্ৰজ পিতামহ শহুৰ-দেৱতা।

ৰাম।—কুশল কৰোক, কল্যাণ কৰোক, সু-পুত্ৰৱতী হোৱাঁ। ( উকলি )

চিত্ৰলেখা।—( শ্ৰীকৃষ্ণদেৱক সেৱা কৰোৱাই ) হে সখি! এওঁই তোমাৰ ককা-শহুৰদেৱতা ভগবান শ্ৰীকৃষ্ণ।

শ্ৰীকৃষ্ণ।—পতিপৰায়ণা হোৱাঁ। তোমাৰ পুত্ৰ যদুবংশধৰ হওক। ( উকলি)

প্ৰজ্ঞা।—( প্ৰদ্যুম্ন কোঁৱৰক সেৱাঁ কৰোৱাই ) সখি! এওঁ তোমাৰ শহুৰ-দেৱতা; তোমাৰ স্বামীগুৰু অনিৰুদ্ধ কুমাৰৰ জন্মদাতা পিতৃ।

প্ৰদ্যুম্ন।—পতিপ্ৰাণা হোৱাঁ। দাম্পত্য সুখত তোমালোকৰ মধুময় সংসাৰ হওক। ( উকলি )

শ্ৰীকৃষ্ণ।—হে মুনিশ্ৰেষ্ঠ দেৱৰ্ষি নাৰদ! এই ছেগতে এজন সুবিজ্ঞ কৃতী পুৰুষক ৰাজ্যসম্ভাৰ দানেৰে মান ধৰিব খোজোহঁক। (কুম্ভাণ্ডৰ প্ৰতি) হে মন্ত্ৰিৰাজ, সুশ্বত কুম্ভাণ্ড! তোমাৰ স্বকৃতকাৰ্য্যকলাপৰ বিষয়ে অৱগত হৈ আমি পুলকিত হৈছোঁহঁক। তাৰে নিদৰ্শন স্বৰূপ তোমাক মই বাণ-ৰাজ্যৰ অঙ্গীভূত শোণিতপুৰৰ অন্তৰ্গত এই কন্যাপুৰ ৰাজ্যাংশ দান কৰিছোঁ। তুমি বাণ ৰজাৰ অধীনে এই ৰাজ্যাংশৰ অধিপতি হোৱাঁ। আশা কৰোঁ, দানৱৰাজ বাণাসুৰৰ দ্বাৰায়ো এই প্ৰস্তাৱ পৰিগৃহীত হব।

বাণ।—মই পৰম প্ৰীতিসহকাৰে দ্বাৰকেশ্বৰ শ্ৰীকৃষ্ণদেৱৰ এই ৰাজনীতিমূলক জ্ঞানগৰ্ভ প্ৰস্তাৱ গ্ৰহণ কৰিছোঁ।

কুম্ভাণ্ড।—( বিনয়াৱনত হৈ) অযোগ্য যদ্যপি, মই শ্ৰীহৰি বাসুদেৱৰ অনুজ্ঞা-

বাণ ৰজা। —প্ৰীতিদান কৃতজ্ঞচিত্তেৰে আৰু সভক্তিৰে গ্ৰহণ কৰি, মহাসুৰ বাণ সূচক প্ৰীতিদান কৃতজ্ঞচিত্তেৰে আৰু সভক্তিৰে গ্ৰহণ কৰি, মহাসুৰ বাণ ৰজাৰ অধীনে কন্যাপুৰৰ শাসনভাৰ গ্ৰহণ কৰিছোঁ।

নাৰদ।—ইমানতে মধুৰেণ সমাপয়েৎ। এতিয়া মিত্ৰকুল দুইৰ প্ৰতিনিধি-বৰ্গে সংপ্ৰীতি-বিদায় লোৱালুই কৰি, বৰ-কন্যাৰ শোভাযাত্ৰালৈ সষ্টম হব লাগে।

(যাদৱ আৰু দানৱ প্ৰতিনিধিবৰ্গে আদৰৰ আলিঙ্গনেৰে বিদায় লোৱালুই কৰি শোভাযাত্ৰালৈ সষ্টম হয়)

—ঃ০ঃ—

পটপৰিবৰ্ত্তন।

(অপেস্বৰাৰ গীত)

সাহানা—ঝাঁপতাল।

তৰুণ অৰুণে, আহা, কৰুণ কিৰণে।
শান্তিৰে বুৰায় সৃষ্টি উষাৰ মিলনে॥
কোটি ব্ৰহ্মাণ্ডৰ ছবি, উদয় কুমাৰ ৰবি,
উষা-জেউতিৰে মিলি জীৱনে-মৰণে।
প্ৰেমৰ চানেকি ৰয়,—সংসাৰ আনন্দময়—
কুমাৰ-হৰণ স'তে উষাৰ হৰণে॥

—ঃ০ঃ—

যৱনিকাপাত।

